# ॥ ৰুদিন ॥

মূল - আই, এছ, টুৰ্গেনেভ ।

অনুবাদ - শ্ৰীচক্ৰেশ্বৰ তালুকদাৰ ।

পৰিবেশক :—
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ, গুৱাহাটী ।

RUDIN—Novel written by I. S. Turgenev and translated by Prof. Chakreswar Talukdar, Bidypur, Nalbari, Published by Sri Mrinmoy Talukdar, Nalbari. Price – Rupees forty only.

---

প্ৰকাশক —

শ্ৰীমৃণ্ময় তালুকদাৰ।

বিদ্যাপুৰ : নলবাৰী।

মূল্য — ৪০.০০

মুদ্ৰক —

অমৃত প্ৰেছ : নলবাৰী।

# দুআষাৰ

বিশ্ব বিশ্রুত ৰুচ সাহিত্যিক আই, এছ, টুৰ্গেনেভৰ 'ৰুদিন' এখন মনোৰম উপন্যাস। মহান ৰুচ বিপ্লৱৰ প্ৰাক্-কালৰ সামাজিক পটভূমিত ৰচিত উপন্যাসখনিত সমকালীন অভিজাত সকলৰ ধ্যান-ধাৰণা, ৰুচিবোধ আদিৰ বিশ্লেষণৰ জৰিয়তে সামন্তবাদৰ স্বভাৱ সুলভ বৈশিষ্ট্যবোৰ অতি স্পষ্ট আৰু সুনিপুনভাবে দাঙি ধৰা হৈছে। সেইখন সমাজৰে কিছুসংখ্যক বুদ্ধিজীৱিৰ তুদোল্যমান মানসিকতা, সামাজিক প্ৰগতিৰ প্ৰয়াস, কিন্তু সুস্থ-নীতি আৰু কাৰ্যাক্ষম পৰিকল্পনাৰ অভাৱ ; নীতি-নিষ্ঠ লক্ষ্য আৰু দৃঢ় আদৰ্শৰ অভাৱত কল্পনাবিলাসী সকলৰ বাবে বাবে উজুতি খাবলগীয়া হোৱা চৰম দুঃখজনক অৱস্থা আদি নানাধৰণৰ সামাজিক সমস্যাৰ গভীৰ মনস্তাত্বিক বিশ্লেষণ আৰু প্ৰাকৃতিক দৃশ্যপটৰ সুন্দৰ অঙ্কন পঢ়ুৱৈ সমাজৰ বাবে বাৰকৈয়ে আকৰ্ষনীয় আৰু আমোদদায়ক।

এনে এখন সৰ্বাঙ্গসুন্দৰ উপন্যাসৰ ভাঙনিয়ে সৰ্বসাধাৰণ অসমীয়া পঢ়ুৱৈ সমাজৰ মনৰ খোৰাক যোগাব পাৰিব বুলি অনুভৱ কৰি অনুবাদৰ কাম হাতত লওঁ। এই কাৰ্য্যত কেইবাগৰাকী সহৃদয় বন্ধুৱে মোক উৎসাহ দি অনুপ্ৰাণিত কৰে। সেইসকলৰ ভিতৰত শ্ৰীসুৰেন্দ্ৰ নাৰায়ণ দত্তৰকৰা বিশেষকৈ স্মৰণীয়।

অনুবাদ কাৰ্য্যত বিশেষভাবে সহায় কৰা বাবে ভাতৃ শ্ৰীসনৎ কুমাৰ কলিতা ( সোন ), বেতুপাতৰ পৰিকল্পনাৰ বাবে

ভাতৃদ্বয় — শ্ৰীবিপুল তালুকদাৰ ( বাপকন ) আৰু শ্ৰীমৃগেন কলিতা (মনু) লৈ মোৰ হিয়াভৰা মৰম থাকিল। সহধৰ্মিনী শ্ৰীলিলি তালুকদাৰে প্ৰতিলিপি আদি প্ৰস্তুত কৰাকে ধৰি নানাধৰণে সহায় কৰি যিখিনি কষ্ট স্বীকাৰ কৰিলে তাৰবাবে কিতাপখন পঢ়ুৱৈ সমাজৰ হাতত তুলি দিবলৈ পোৱা আনন্দৰ তেওঁৰো সমভাগী। আন আন যিসকলে কিতাপ খন ছপাই উলিওৱাৰ বাবে মোক উৎসাহিত কৰিলে তেখেতসকললৈও কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। লগতে "অমৃত প্ৰেছ"ৰ স্বত্বাধিকাৰী সহপাঠী বন্ধু শ্ৰীনলিনী চক্ৰৱৰ্ত্তীয়ে দায়িত্ব লৈ কিতাপখন ছপা কৰি দিয়া বাবে তাক মোৰ আন্তৰিক শলাগ জনাইছোঁ।

শেষত অনিচ্ছাকৃত দুই-এটি ছপাৰ ভুলৰ বাবে সদৌজনৰ ওচৰত মাৰ্জনা মাগিছোঁ।

কিতাপখনে পঢ়ুৱৈ সমাজৰ সমাদৰ পালে অনুবাদকৰ কষ্ট আৰু চেষ্টা সফল হ'ব — এয়ে আশা।

নলবাৰী শ্ৰীচক্ৰেশ্বৰ তালুকদাৰ

১৬ ফেব্ৰুৱাৰী, ১৯৯২ চন।

# প্ৰথম অধ্যায়

গ্ৰীষ্মৰ এটা শান্ত ৰাতিপুৱা। নিৰ্মল আকাশৰ বুকুত সূৰ্যটো উঠি বলুখিনি আগবাঢ়িছে। তেতিয়াও নিয়ৰত সূৰ্যৰ ৰশ্মি পৰি পথাৰবোৰ জলমলাই আছে। সাৰ পাই উঠা উপত্যকাৰ পৰা এটা সতেজ স্নিগ্ধ গোন্ধ ভাহি আহিছে। সমেকা নীৰৱ নিঠৰ বনভূমি প্ৰভাতী পখীৰ আনন্দ কলৰৱত মুখৰিত হৈছে। ক্ৰমে ক্ৰমে এটলীয়া হৈ অহা টিলাটোৰ ওপৰত সৰু গাওঁখনি যেন প্ৰভাতী উষাৰ পটভূমিত আঁকা এখনি ছবিহে। টিলাৰ নামনিৰ পৰা ক্ৰমে ওপৰলৈ সদ্য প্ৰস্ফুটিত ৰাই শস্যাৰে উপচি পৰিছে। তাৰ মাজেৰে গাওঁখনিলৈ এটা সৰু বাট। সেই বাটেদি খোজকাঢ়ি গৈ আছে এগৰাকী তৰুণী, পিন্ধনত আটকধুনীয়া বগা মচ্লিনৰ এসাজ কাপোৰ। মূৰত ধীতেৰে সজা এটা টুপী, হাতত এটা সৰু ছাতি আৰু লগুৱা ল'ৰা এটি তেওঁৰ পিছে পিছে। ধীৰ পদক্ষেপেৰে যেন খোজ কঢাৰ আনন্দ উপভোগ কৰি কৰি তেওঁ গৈ আছে। তেওঁৰ চাৰিওফালে ওখ লহপহীয়া ৰাই শস্যবোৰে মৃদু বতাহ জাকত ঢৌৰ চেৱে চেৱে ঈষৎ সেউজীয়া আৰু ৰঙা ৰহণ চৰাই নাচি বাগি আছে। মূৰৰ ওপৰত সুদূৰ নীলাকাশত ভৰত পক্ষীৰ জাকটো উচ্চস্বৰে গীত গাই পাখীৰে ঢৌ খেলি খেলি উৰি গৈছে। তৰুণী গৰাকী গৈছে নিজৰ গাওঁৰ পৰা। গন্তব্যস্থান এককিলোমিটাৰতকৈ বৰ বেছি দূৰ নহয়। আলেকজেন্দ্ৰা পাভলভনা লিপিনা তেওঁৰ নাম। তৰুণী চহকী, সন্তানহীনা বিধবা। ককায়েক চেৰগেই পাভলভিচ ভলি-ণ্টচেভৰ লগত তেওঁ থাকে। চেৰগেই আছিল অশ্বাৰোহী সেনা-দলৰ প্ৰাক্তন দ্বিতীয় কেপ্টেইন। তেওঁ অবিবাহিত। ভনীয়েকৰ মাটি-বাৰী সা-সম্পত্তিৰ তেওঁ তদাৰক কৰে।

লিপিনাই তেওঁৰ গন্তব্য স্থান গাওঁখন পালেগৈ। গাওঁখনৰ

প্ৰথমে পোৱা চাপৰ জৰাজীৰ্ণ পঁজা ঘৰটোৰ আগত তেওঁ থিয় হ'ল। লগুৱা লৰাটোক ভিতৰলৈ গৈ ঘৰৰ গৃহিণীৰ খবৰ কৰি আহিবলৈ ক'লে। ল'ৰাটো ঘৰৰ ভিতৰ সোমাল আৰু ততালিকে ওলাই আহিল। লগে লগে ওলাই আহিল এজন পকাদড়ীয়া আলৰ বুঢ়া কৃষক।

'ভালনে ?' আলেকজেন্দ্ৰা পাভলভনাই সুধিলে।

'কোনোমতে তাই এতিয়াও জীয়াই আছে।' অস্পষ্ট সুৰত বুঢ়াই ক'লে।

'ভিতৰলৈ এবাৰ যাব পাৰোনে ?'

'কিয় নোৱাৰিব ? আহক।'

লিপিনা ঘৰৰ ভিতৰ সোমাল। ভিতৰখন ঠেক, ধোঁৱাৰে ভৰা, উশাহ-নিশাহ বন্ধ হয় যেন লাগে। জুহালৰ ওচৰত খাট এখনৰ ওপৰত কোনোবা এজনে বাগৰ সলাই কেঁকাই উঠিল। সেই আধা আন্ধাৰৰ মাজত লিপিনাই দেখিলে বুঢ়ী এজনীৰ হালধীয়া সোতোৰা সোতোৰ এখনি মুখ। পখৰা কমাল এখনেৰে মূৰটো বান্ধি থোৱা। বুকুলৈকে গোটেই দেহটো এটা অ'ভাৰ কোটেৰে ঢাকি থোৱা। উশাহ-নিশাহ লোৱাত যেন কষ্ট পাইছে। জীৰ্ণ শীৰ্ণ হাত দুখন কঁপিছে। মেডাম লিপিনা আগবাঢ়ি গৈ বুঢ়ীৰ কপালত হাত দি চালে। জ্বৰ যেন তপত।

'কেনে পাইছা মাট্ৰিয়ানা ?' অলপ হালি লিপিনাই সুধিলে।

'ও-ওহ !' তেওঁৰ ফালে চোৱাৰ চেষ্টা কৰি বুঢ়ীয়ে সেহাই সেহাই কলে 'বেয়া — বৰ বেয়া আই ! মোৰ শেষ সময় হৈ আহিছে, মোৰ সোণজনী।'

'ঈশ্বৰ পৰম দয়ালু, তুমি ভাল হবা মাট্ৰিয়ানা। মই দি পঠোৱা ঔষটো খাইছানে ?' বুঢ়ীয়ে কথাটো শুশুনিলে, উত্তৰো নিদিলে — কেৱল যন্ত্ৰনাত কেঁকাবলৈ ধৰিলে।

'হয় খাইছে।' দুৱাৰমুখত থিয় হৈ থকা বুঢ়াই কলে।

আলেকজেন্দ্ৰা পাভলভনাই বুঢ়াৰ ফালে ঘূৰি চাই সুধিলে— 'এওঁৰ যত্ন লবলৈ তোমাৰ বাহিৰে আৰু আন কোনো নাই নেকি ?'

'নাতিনী ছোৱালী এজনী আছে। কিন্তু বেছিভাগ সময়ে তাই বাহিৰে বাহিৰে ফুৰি থাকে। কোনো এঠাইত স্থিৰ হৈ বেছি সময় থাকিব নোৱাৰে। খুব চঞ্চল। এনেকুৱা অকর্মণ্য যে এগিলাচ পানীও আইতাকক দিব নোৱা'ৰ। মইতো বুঢ়া মানুহ। কি কৰিম?'

'এওঁক মই মোৰ হস্পিতাললৈ লৈ যামনে?'

'নাই কেলেই নিব লাগিছে। তাইতো আৰু মৰিবই। ভগবানৰ কৃপাত বহুদিন জীয়াই থাকিল। বিছনাৰ পৰা উঠিবই নোৱাৰে আৰু হস্পিতাললৈ! উঠা নমা কৰালেই তাই মৰি থাকিব।'

উহ-উহ, বুলি বুঢ়ীয়ে কেঁকাই উঠিল। আৰু সেঁহাই সেঁহাই কবলৈ ধৰিলে — 'আই এই অনাথ শিশুটিক নেৰিব। মোৰ পৰাকী এতিয়া বহুদূৰত। আপুনি যেতিয়া .... .... .... ....' বুঢ়ী বৈ গ'ল। কথা কোৱাৰ শক্তি যেন হেৰুৱাই পেলালে।

মেডাম লিপিনাই ক'লে, — 'চিন্তা নকৰিবা। সকলো হৈ যাব। এয়া মই তোমাৰ কাৰণে চাহ আৰু চেনী আনিছোঁ — পাৰিলে অলপ খোৱা।' বুঢ়ালৈ চাই সুধিলে — 'চামোভাৰ' (চাহ তৈয়াৰ কৰা পাত্ৰ) আছেনে নাই?'

'চামোভাৰ আমাৰ নাই; এটা যোগাৰ কৰি লম বাৰু।'

'হব বাৰু। নহলে মোৰটোকে পঠিয়াই দিব পাৰোঁ। অ' তোমাৰ নাতিনীক ঘৰত থাকিবলৈ কবা আকৌ। তাইক কবা তাই নিজেও লাজ পোৱা উচিত।'

বুঢ়াই একো নকৈ চাহ আৰু চেনীৰ টোপোলাটো দুহাত পাতি ললে।

'বাৰু আহোঁদেই মাট্ৰিয়ানা! মই আকৌ তোমাক চাবলৈ আহিম। মনৰ বল নেহেৰুৱাবা। আৰু নিয়মমতে ঔষধ খাবাদেই।' লিপিনাই ক'লে।

বুঢ়ীয়ে মূৰটো দাঙি তেওঁৰ হিতাকাংখিনীৰ ফালে চাই বহু কষ্টেৰে কোনোমতে কলে — 'আইদেউ আপোনাৰ হাতখন মোক অলপ আগবঢ়াই দিয়ক।'

মেডাম লিপিনাই হাত আগবঢ়াই দিয়াৰ সলনি অলপ হাঁহি বুঢ়ীৰ কপালত এটা চুমা খালে। ওলাই যাওঁতে বুঢ়াৰ ফালে চাই কৈ গ'ল— 'শুনা, নির্দেশমতে নিয়মীয়াকৈ তেওঁক ঔষধ খুৱাবা আৰু অলপ চাহ খাবলৈ দিবা।'

বাহিৰলৈ ওলাই আগ্রহে লিপিনাই মুকলি বতাহত ভালদৰে উশাহ লব পাৰিলে আৰু ছাতিটো মেলি লৈ ঘৰলৈ বুলি খোজ দিলে। এনেতে দেখিলে পজাঁটোৰ ওচৰৰ ৰাস্তাৰ ভাঁজ এটাত মন্থৰ গতিত 'দ্রস্কী' (ঘোঁৰা গাড়ী) এখনত প্রায় ত্রিশ বছৰীয়া ডেকা এজন আহিব ধৰিছে। পিন্ধনত তেওঁৰ গাত এটা ধোৱা বৰণীয়া কোট আৰু মূৰত এটা পিক্‌কেপ। যুৱতী মহিলাক দেখি তেওঁ ঘোঁৰাটো তৎক্ষনাৎ ৰখাই তেওঁৰ ফালে আগবাঢ়িল। তেওঁৰ মুখখন বহল, অলপ শেঁতা, চকু দুটা সৰু, ধোৱা বৰণীয়া বাদামী ৰঙৰ গোঁফ—সকলোৱে মিলি সাজপাৰৰ লগত খাপ খাই পৰিছে। এটি মিচিকিয়া কাঠ হাঁহিৰে সুৰকৰণে কলে, 'সুপ্রভাত! তুমি ইয়াত কি কৰিছা?'

'এজনী বেমাৰী মানুহক চাবলৈ আহিছিলোঁ। আপুনি ক'ৰ পৰা আহিছে মিখাইল মিখাইলোভিচ?'

ডেকাই পুনৰ এটি মিচিকিয়া হাঁহি মাৰি লিপিনাৰ চকুলৈ চাই কলে, 'ৰোগীনীৰ খবৰ লবলৈ আহি ভালেই কৰিছা, কিন্তু তেওঁক তোমাৰ হস্পিতাললৈ লৈ গলে সেইটো ভাল হ'লহেঁতেন।'

'তেওঁ বৰ দুবল, লৰচৰেই কৰিব নোৱাৰে।'

'তুমি হস্পিতাল উঠাই দিব খোজা নেকি?'

'উঠাই দিম? কেলেই?'

'নিদিবাই বা কিয়?'

'কি অদ্ভুত ধাৰণা! আপোনাৰ মগজুত ই কেনেকৈ সোমাল?'

'বাৰু তুমিতো মেডাম লাচুনস্কায়াৰ বিশেষ ঘনিষ্ঠ আৰু তুমি তেওঁৰেই প্রভাৱত প্রভাৱান্বিতা। তেওঁৰ মতে হাস্পতাল, স্কুল এইবোৰ অর্থহীন আৰু অদৰকাৰী। দয়া-দাক্ষিণ্য আদি ব্যক্তিগত বিষয় হোৱা উচিত আৰু আত্ম সন্তুষ্টিৰ কাৰণে শিক্ষাও তেনে হোৱা

উচিত, মই ভাবো এইবিলাক তেওঁৰে কথা। আচৰিত কথা—এনেবোৰ ধাৰণা তেওঁ পালে ক'ৰ পৰা ?'

লিপিনাই হাঁহিলে আৰু কলে — 'ডাৰিয়া মিখাইলোভনা এজনী বুদ্ধিমতী মহিলা, মই তেওঁক ভালপাওঁ আৰু বৰ বেছি শ্ৰদ্ধা কৰোঁ। কিন্তু তেওঁৰো ভুল হয়। সেযে তেওঁক কোৱা সকলোবোৰ কথা মই বিশ্বাস নকৰোঁ।

'তুমি নকৰাই উচিত' গাড়ীত বহি বহি তেওঁ মন্তব্য কৰিলে— 'কাৰণ, তেওঁ যিমান কয় নিজেও তাৰ আধাহে বিশ্বাস কৰে। আৰু তোমাক পাই বৰ ভাল লাগিল।'

'কেলেই ?'

'সুন্দৰ প্ৰশ্ন ! যেন তোমাক লগ পোৱাটো এটা আনন্দৰ কথাই নহয়। আজি তোমাক প্ৰাতঃ সূৰ্যৰ দৰে সতেজ আৰু ধুনীয়া দেখা গৈছে।'

তৰুণীয়ে পুনৰ হাঁহিলে।

'হাঁহিছা কেলেই ?'

'নেহাঁহি নোৱাৰিলোঁ। কেনেকুৱা শীতল আৰু উদাস ভাবৰ যে আপোনাৰ অভিনন্দন ! শেষৰ কথাষাৰত যে হামিওৱা নাই, এয়ে আচৰিত।'

'দৰাচলতে শীতলেই — তুমি বিচাৰিছা জুই। কিন্তু তাৰ পৰা কি হব ? ই দপ্‌দপকৈ জ্বলিব, ধোঁৱা উঠিব আৰু নুমাই যাব।'

'উত্তাপো দিব।' তৰুণীয়ে তেওঁৰ কথাত যোগ দিলে।

'এৰা, ই পুৰিও মাৰে।'

'পুৰি মাৰিলে কি হব ? বিশেষ একো ক্ষতি নাই। বৰং ই বহু-গুণে ভাল।'

'বাৰু যেতিয়া তুমি নিজে নিজে জ্বলি মৰিবা তেতিয়া কি কোৱা চাম নহয়।' মিখাইল মিখাইলোভিচে বিৰক্তিৰ সুৰত ক'লে আৰু চাবুকেৰে ঘোঁৰাৰ পিঠিত কোব দিলে। 'আহোঁ। দেই।'

'অলপ ৰ'ব'-তৰুণীয়ে চিঞৰি ক'লে।'আপুনি কেতিয়ালৈ আহিব ?'

'কাইলৈ — তোমাৰ ককাইদেউক মোৰ শ্ৰদ্ধা জনাবা ।'

গাড়ী গুচি গ'ল । লিপিনাই গাড়ী যোৱাৰ পিনে কিছুপৰ চাই থাকিল । আৰু মনে মনে ভাবিলে 'কি এটা বস্তা !'

অলপ কুঁজাহৈ মানুহজন গাড়ীৰ ওপৰত বহি গৈছে, গোটেই শৰীৰ ধূলিৰে উপচি পৰিছে । টুপীটো মূৰৰ পিচফালে হালি পৰিছে । তাৰ তলেদি আউল-বাউল হালধীয়া চুলিৰ আগবোৰ দেখা গৈছে । সকলোৱে মিলি সঁচাকৈয়ে এটা ডাঙৰ ময়দাৰ বস্তা যেন দেখা গৈছে ।

মেডাম লিপিনাই তলমূৰাহৈ লাহে লাহে ঘৰৰ ফালে খোজকাঢ়ি গৈ আছে । এনেতে ঘোঁৰাৰ খুড়াৰ শব্দ শুনিবলৈ পাই বৈ গ'ল — আৰু দেখিলে যে ককায়েক ঘোঁৰাত উঠি আহিব ধৰিছে । তেওঁৰ কাষে কাষে খোজকাঢ়ি আহি আছে এজন চুটি চাপৰ যুৱক । যুৱকৰ পিন্ধনত এটা পাতল বুটামহীন ফ্ৰককোট, পাতল ৰঙৰ টাই, মূৰত এটা পাতল ধোঁৱা বৰণীয়া টুপী আৰু হাতত এডাল ফুৰিবলৈ যাওঁতে লোৱা লাখুটি । যুৱকে অলপ সময় লিপিনালৈ চাই থাকি এটি মৃদু হাঁহি মাৰিলে আৰু অনুমান কৰিলে যেন তৰুণীৰ কোনফালে দৃষ্টি নাই, যেন নিজৰ চিন্তাত নিজে বিভোৰ হৈ আছে ।

লিপিনা থিয় হোৱাৰ লগে লগে যুৱক আগবাঢ়ি আহিল আৰু আনন্দভৰা নম্ৰ সুৰত কলে — 'সুপ্ৰভাত, আলেকজেন্দ্ৰা পাভ-লোভনা — সুপ্ৰভাত !'

'অ' কনষ্টানটিন দিয়োমিদোভিচ, সুপ্ৰভাত !' লিপিনাই প্ৰত্যুত্তৰ দিলে আৰু সুধিলে —'আপুনি বোধহয় ডাৰিয়া মিখাইলোভনাৰ ওচৰৰ পৰা আহিছে ?'

'হয় মেডাম, ঠিক ! যুৱকে প্ৰোজ্জ্বল মুখভঙ্গীৰে দোহাৰিলে । 'হয় তেৱেঁই মোক আপোনাৰ ওচৰলৈ পঠিয়াই দিলে । এনে সুন্দৰ ৰাতিপুৱা, বাটো বেছি নহয়, খোজকাঢ়ি আহিয়ে ভাল লাগিল । আহি দেখিলোঁ আপুনি ঘৰত নাই । আপোনাৰ ককাইদেউৰ মুখত শুনিলোঁ আপুনি হেনো চেমিওলোভনা চুবুৰীলৈ গৈছে । আৰু এখেতো সেই সময়ত পথাৰলৈ ওলাইছে । সেয়ে এখেতৰ লগতেই

খোজকাঢ়ি আপোনাক লগপাই যাওঁ বুলি আহিলোঁ। সঁচাকৈয়ে বৰ আনন্দ পালো।' যুৱকজনে শুদ্ধ আৰু সুন্দৰ কচ ভাষাত কথা কৈছে। কিন্তু তাত এটা বিদেশী সুৰ আছে, অথচ কোন দেশীয় সেই সুৰ ঠিক ধৰাও টান। তেওঁৰ পাৰীৰিক গঠনত এটা এচিয়াটিক লক্ষণ, দীঘল আৰু ঈগল চৰাইৰ দৰে বেকা আৰু জোঙা নাক, স্থিৰ, উজ্জ্বল আৰু ডাঙৰ চকু, ডাঠ আৰু ৰঙা ওঁঠ, বৈ পৰা কপাল, এণ্ডাৰ কলা চুলি। এই সকলোবোৰে এটা প্ৰাচ্য-দেশীয় গঢ়ৰ নিদৰ্শন দিয়ে। তেওঁ কয় যে তেওঁ উপাধিত পেণ্ডেলেভস্কি। জন্ম তেওঁৰ ওডেচাত যদিও বেলো-ৰাচিয়াৰ এগৰাকী ধনী, দয়াৱতী বিধবাৰ অৰ্থেৰে প্ৰতিপালিত হয়। অন্য এগৰাকী বিধবাই তেওঁক চিভিল চাৰ্ভিচৰ এটা চাকৰি যোগাৰ কৰি দিয়ে। সাধাৰণতে আদহীয়া ভদ্ৰ মহিলাসকলে তেওঁৰ পৃষ্ঠপোষ-কতা কৰিবলৈ আগ্ৰহ কৰে। আৰু তেৰোঁ কেনেকৈ সেইসকলৰ স্নেহ প্ৰীতি পাব পাৰে সেই কৌশল আয়ত্ব কৰি লৈছে। বৰ্তমানে তেওঁ মেডাম লাচুনস্কায়া নামেৰে এগৰাকী ধনী জমিদাৰণীৰ ঘৰত, তেওঁৰ অধীনত পোষ্য অতিথি হিচাপে থাকে। তেওঁ মানুহজন বৰ নম্ৰ আৰু ভদ্ৰ, ভাবপ্ৰবন আৰু স্নেহশীল। ভোগ-বিলাসত তেওঁ সম্পূৰ্ণ গোপন আসক্তি পৰায়ণ। সুৰলা তেওঁৰ কণ্ঠ, পিয়ানো খুব ভাল বজায়। আনৰ চকুৰ ওপৰত চকু ৰাখি কথা কোৱা তেওঁৰ স্বভাব। পিন্ধন-উৰণ আৰু ৰূপ চৰ্চাত বেচ চাফ-চিকোন আৰু তাত যথেষ্ট সময় খৰচ কৰে। যত্ন সহকাৰে ক্ষৌৰ কৰ্ম সমাধা কৰে। মূৰৰ চুলিবোৰ এডাল এডালকৈ পৰিপাটি কৰি সজায় থয়।

মেডাম লিপিনাই কথাবোৰ শুনি লৈ ককায়েকৰ ফালে চাই ক'লে — 'আজিৰ দিনটো খুব ভাল। এজনৰ পিছত আন-জনৰ লগত ক্ৰমে দেখা হৈছো। এইমাত্ৰ লেজনেভৰ লগত কথা হ'লোঁ।'

'লেজনেভ! তেওঁ কৰবালৈ গ'ল নেকি?'

'এৰা, তুমি ঠিকে অনুমান কৰিছা—তেওঁ এখন গাড়ী চলাই গৈছে। গাত পিন্ধিছে এটা লিলেনজাতীয় কাপোৰৰ চোলা — সৰ্বশৰীৰ

ধুলিময়— এটা বেচ ধেমেলীয়া মানুহ তেওঁ।'

'হয়, সম্ভৱতঃ তেনে, কিন্তু মানুহজন ভাল।'

'কোন? লেজনেভ মহাশয়?' বিস্ময়ৰ সুৰত পেগুলেভস্কিয়ে কলে।

'হয়, মিখাইল মিখালোভিচ লেজনেভ।' ভলিণ্টচেভে যোগ দি কলে। 'বাৰু আহোদেই ভনীটি, মোৰ পথাৰলৈ যোৱাত পলমেই হ'ল। সিহঁতে বোধহয় ধান ছটিওৱা আৰম্ভ কৰিছেই। পেগুলেভস্কি মহাশয়! আপোনাৰ সৈতে ঘৰত আহি দেখা হম।' এইবুলি কৈ তেওঁ ঘোঁৰা দৌৰাই দিলে।

'বৰ আনন্দৰ কথা' পেগুলেভস্কিয়ে চিঞঁৰি কলে আৰু হাতখন লিপিনালৈ আগবঢ়াই দিলে। তাৰ পিচত ছুয়ো হাতত ধৰাধৰিকৈ লিপিনাৰ ঘৰৰ ফালে গৈ থাকিল।

* * * *

লিপিনাৰ হাঁতত ধৰাধৰিকৈ খোজকাঢ়ি পেগুলেভস্কিৰ খুব আনন্দ লাগিল। খোজবোৰ লাহে লাহে পেলালে। মুখমণ্ডল উজ্জ্বলি উঠিল। আনকি আনন্দৰ আবেগত তেওঁৰ ক'লা চকুযুৰি চলচলীয়া হৈ উঠিল। সেয়া অস্বাভাৱিক নহয়। পেগুলেভস্কিৰ চকুৰ পৰা আনন্দাশ্রু বাগৰি পৰিল। সচাকৈয়ে এনেকুৱা মোহময়ী তৰুণীৰ হাতত ধৰি খোজ কাঢ়িলে কাৰনো আনন্দ নালাগিব? গোটেই প্রদেশখনতে অপৰূপা ৰূপৱতী বুলি লিপিনাৰ খ্যাতি আছে, আৰু সেই খ্যাতি অকাৰণতে নহয়। তেওঁৰ ওঁঠ, জোঙা আৰু আগটো অলপ হালি পৰা আটক ধুনীয়া নাকটোৱে যিকোনো মানুহৰে মন বিচলিত কৰা স্বাভাৱিক। কোৱা বাহুল্য যে তেওঁৰ নৰম হৰিণ বৰণীয়া চকুযুৰি, মখমলীয়া পিঙ্গল চুলিকোচা, গোলাকাৰ গাল ছুখন কিযে অপৰূপ; আৰু আন আন সৌন্দর্য্যৰ কথাই নাই। তেওঁৰ সকলোবিলাক সৌন্দর্য্যতকৈ ধুনীয়া মুখখনিৰ ভাব-সৌন্দর্য্যই হ'ল শ্রেষ্ঠতম। বিশ্বাস, দয়া আৰু নম্রতা যেন সেই মুখখনিত আকর্ষণীয় ভাবে অঁকা আছে। দেখিলে হৃদয় স্পর্শ কৰে, মন আকর্ষণ কৰে। তেওঁৰ হাঁহি আৰু

চাৱনিত শিশুৰ সৰলতা। চুবুৰীৰ মহিলাসকল তেওঁৰ সৰলতাত মুগ্ধ। ইয়াতকৈ আৰু কি বেছি আশা কৰিব পাৰি?

"আপুনি কেছিল নহয় যে তাঁতিয়া শিকাইলোত নাই আপোনাক মোৰ ওচৰলৈ পঠিয়াইছিল?" লিপিনাই সুধিলে।

"হয় লাচুনস্কায়াই মোক পঠিয়াইছে।" তেওঁ ওঠ দুটা লৰাই লাহেকৈ কলে। উচ্চাৰণত তেওঁৰ 'চ' আখৰটো 'থ' ৰ নিচিনা ওলাল। "মেডাম লাচুনস্কায়াই বিশেষকৈ আপোনাক তেওঁৰ লগত আজি দুপৰীয়াৰ ভোজন কৰিবলৈ নিমন্ত্ৰণ কৰিছে আৰু যাবলৈ অনুৰোধ কৰি পঠিয়াইছে।" তেওঁ ভদ্ৰমহিলাৰ সম্বোধনত থকা ভাবটো অতি সাবধানে এৰাই গ'ল। "মেডাম লাচুনস্কায়াই তেওঁৰ এগৰাকী নতুন আলহীৰ লগত আপোনাক পৰিচয় কৰাই দিবলৈ ইচ্ছা কৰে।"

"কোন তেওঁ?" লিপিনাই সুধিলে।

"তেওঁ চেণ্টপিটাৰ্চবাৰ্গৰ ব্যাৰণ মুফেল। মহামান্য সম্ৰাটৰ এজন বিশ্বস্ত আৰু সম্ভ্ৰান্ত পদবীধাৰী ভদ্ৰলোক। মেডাম লাচুনস্কায়াৰ লগত অলপতে কুমাৰ গ্যাৰিণৰ প্ৰসাদত তেওঁৰ সাক্ষাৎ হয়। সু-শিক্ষিত আৰু ভদ্ৰ এজন ডেকা হিচাপে তেওঁক মেডামে বিশেষ সম্ভ্ৰম আৰু সন্মানৰ চকুৰে চায়। ব্যাৰণ মহাশয়ৰ সাহিত্যত বিশেষ অনুৰাগ --------- সৌ চাওঁকচোন, কিযে ধুনীয়া পখিলাটো! এৰা, কি জানো কব খুজিছিলোঁ। — ৰাজনীতি আৰু অৰ্থনীতিৰ প্ৰতিও তেওঁৰ বিশেষ অনুৰাগ আছে। তেওঁ এটা অতি মোহনীয় বিষয়ৰ ওপৰত এখন ৰচনা লিখিছে আৰু ইয়াৰ ওপৰত মেডাম লাচুনস্কায়াৰ অভিমত বিচাৰিছে।"

"অৰ্থনীতি বিজ্ঞানৰ ওপৰত প্ৰবন্ধ?"

"ৰচনা ৰীতিৰ দিশৰ পৰা, আপুনি নিশ্চয় জানে, যে মেডাম লাচুনস্কায়া আন বহুগুণৰ অধিকাৰী হোৱাৰ উপৰিও এই বিষয়েও এগৰাকী বিশেষজ্ঞা। কবি জুকভস্কিয়ে মাজে সময়ে আহি তেওঁৰ লগত আলোচনা কৰে; আৰু মোৰ আগৰ উপকাৰী ওডেচা নিবাসী অসাধাৰণ পণ্ডিত ৰক্চলন মেদিওৰভিচ চান্দ্ৰিকাও

আলোচনাৰ বাবে আহে। তেখেতৰ নাম আপুনি শুনিছে বোধহয় ?'

"সম্প্ৰতি শুনা নাই। মই কাহানিও তেখেতৰ নাম শুনা নাই।"

"এ, তেখেতৰ নিচিনা সন্মানিত ব্যক্তিৰ নাম আপুনি শুনা নাই! আচৰিত! মই কৈছোঁ নহয় যে চান্দ্ৰিকা ভাণ্ডৰীয়াইও মেডাম লাচুনস্কায়াৰ কচ সাহিত্যত অসাধাৰণ পাণ্ডিত্য থকাটো স্বীকাৰ কৰে।"

"ব্যাৰণৰ পাণ্ডিত্যৰ অভিমান আছে নেকি ?"

"অলপো নাই। মেডাম লাচুনস্কায়াৰ মতে তেওঁ সাংসাৰিক ক্ষেত্ৰত এজন বিতোপন সহজ সৰল মানুহ। বিথোভেন সম্পৰ্কে তেওঁ ইমান সুন্দৰকৈ কব পাৰে যে ৰাজকুমাৰেও শুনি তন্ময় হৈ থাকে। ময়ো তেওঁৰ মুখেহে এইবোৰ শুনি ভাল পাওঁ— কাৰণ এইটোৱে মোৰ পথ।

— এই ধুনীয়া বনফুলটো আপোনাক দিবলৈ মোক অনুমতি দিয়ক ?"

লিপিনাই ফুলটো ললে আৰু কেইখোজমান গৈয়ে ফুলটো বাটত পেলাই দিলে। তেওঁৰ ঘৰলৈ আৰু দুণ ফুটতকৈ বেছি দূৰ নহয়। অলপতে ঘৰটো সাজি তাত চূণকাম কৰি অতাইছে মাথোন। বহু-দিনীয় নেমু আৰু মেপল গছৰ ডাল-পাতৰ মাজেৰে চকচকীয়া ডাঙৰ ডাঙৰ খিৰিকীবোৰেৰে ঘৰটো অতি ধুনীয়া দেখা গৈছে।

"তেনেহলে মেডাম লাচুনস্কায়াৰ আগত মই কি বুলি কম ?"

পেণ্ডেলেভ্‌স্কিয়ে সুধিলে। উপহাৰ দিয়া ফুলৰ দুৰৱস্থা দেখি তেওঁ মনত বৰ দুখো পালে। "আপুনি নিমন্ত্ৰণ ৰক্ষা কৰিবতো ? তেখেতে আপোনাৰ ককায়েককো নিমন্ত্ৰণ কৰিছে।"

"এৰা, আমি যেনে তেনে যাম। অ' নাটালিয়া আলেক্সিভ্‌না কেনে আছে ?"

"ভগবানৰ কৃপাত তেওঁ ভালেই আছে। পিছে মই মোৰ বাট এৰি বহুখিনি আহিলোঁ। মোক এতিয়া বিদায়হে দিয়ক।"

লিপিনা বৈ গ'ল আৰু অলপ ইতঃস্ততঃকৈ কলে - "এবাৰ ভিতৰলৈ নাহিব জানো ?"

'বাবলৈ পালে আনন্দই পালোঁহেঁতেন। কিন্তু মই বৰ বেছি পলম কৰিলোঁ যেন পাইছোঁ। মেডাম লাচুনভায়াই থালবাৰ্গৰ এটা নতুন সুৰ শুনাবলৈ কৈছে; গতিকে ভাবো অলপ অচৰপ বেওৱাজ কৰিবলগীয়া আছে। মই নিশ্চয়কৈ কোৱা ভাল হ'ব, মোৰ উপস্থিতিয়ে আপোনাক জানো আনন্দ দান কৰেনে নকৰে।'

'নাই— নাই, আপুনি তেনেদৰে কেলেই ভাবিছে ?'

পেণ্ডেলেভস্কিয়ে এটা হুমুনিয়াহেৰে তেওঁৰ অৰ্থপূৰ্ণ চাৱনি তললৈ নমালে। 'সুপ্ৰভাত, মেডাম !' অলপ সময় মনে মনে থাকি তেওঁ ক'লে, আৰু তাৰ পাছত অভিবাদন জনাই এখোজ পিছুৱালে। আলেকজেন্দ্ৰা ঘূৰিল আৰু তেওঁ ঘৰলৈ সোমাই গ'ল।

পেণ্ডেলেভস্কি ঘৰৰ ফালে গৈ আছে। তেওঁৰ মুখৰ পৰা ব্যৱসায়ী মধুৰতাৰ মুখাখন খুলি গ'ল আৰু তাৰ ঠাই ললে আত্মনিৰ্ভৰশীল অথচ কঠোৰ এটা ভাবে। তেওঁৰ খোজবোৰ দীঘলীয়া হ'ল, গচকবোৰ গধূৰ হ'ল। তেওঁৰ খোজকঢ়া ভঙ্গীয়ে সলনি হৈ গ'ল। হাতৰ লাঠিডাল ঘূৰাই ঘূৰাই দীঘল দীঘল খোজেৰে তেওঁ আগবাঢ়ি কিছুদূৰ গৈ আছে। এনেতে হঠাৎ তেওঁৰ মুখত হাঁহি বিৰিঙি উঠিল। বাটৰ কাষত তেওঁ দেখিবলৈ পালে যে ধুনীয়া এজনী ছোৱালীয়ে খেতিপথাৰৰ পৰা দামুৰিবোৰ খেদি লৈ আহিব ধৰিছে। তাকে দেখি পেণ্ডেলেভস্কিয়ে লাহে লাহে মেকুৰী বুলেনিৰে ছোৱালীজনীৰ ওচৰ পালে আৰু কথা কবলৈ লাগি গ'ল। ছোৱালীজনী প্ৰথমে মনে মনে থাকিল, তাইৰ গাল দুখন ৰঙা পৰি উঠিল আৰু মুখটিপি হাঁহিলে; মুখখন আচলেৰে ঢাকি ধৰিলে। তাৰ পাছত পিছলৈ মুখ ঘূৰাই কৈ উঠিল 'আপুনি গুচি যাওঁক ডাঙৰীয়া --------।' তেতিয়া পেণ্ডেলেভস্কিয়ে আঙুলিৰে দেখুৱাই ছোৱালীজনীক কিছুমান শস্যৰ ফুল তুলি দিবলৈ কলে।

'ফুলেৰে কি কৰিব ? মালা গাথিব ?' তাৰ পাছত তাই খঙেৰে গৰ্জি উঠিল— 'ইয়াৰ পৰা যায় যদি গুচি যাওঁক।'

'এইপিনে এবাৰ চোৱাচোন মোৰ ধুনীয়াজনী !' পেণ্ডেলেভস্কিয়ে

যেহু প্ৰেমৰ সুৰত কৰলৈ ধৰিলে। হোৱালীজনীয়ে তেওঁৰ কথাৰ ওপৰতে কৈ উঠিল— 'সোনকালে ভালে ভালে ইয়াৰ পৰা গুচি যাওঁক ডাঙৰীয়া। নহলে সৌ ল'ৰাহঁত আহি পাইছি।'

পেণ্ডেলেভস্কি ঘূৰি চালে। দেখে যে হয়। ভেনিয়া আৰু পেটিয়া, লাচুনস্কায়াৰ পুতেক দুজন আৰু সিহঁতৰ ঘৰুৱা শিক্ষক বাইছ বছৰীয়া নতুনকৈ কলেজ এৰি অহা ডেকা বাচিস্তভ সেই পিনেৰে সিহঁতৰ পিছে পিছে আহিব ধৰিছে। বাচিস্তভ বেচ ওখ পাখ। তেওঁৰ মুখখন বহল, নাকটো ডাঙৰ, ওঠ দুটা ডাঠ আৰু চকুযুৰি গাহৰিৰ চকুৰ দৰে সৰু। চেহেৰাত কুশ্ৰী আৰু কদাকাৰ হলেও তেওঁ বেচ মৰমীয়াল, চটফটীয়া আৰু সাধু। সাজ-পাৰ অপৰিষ্কাৰ, চুলি প্ৰায় নাকাটেই— ধুনীয়া সজোৰাৰ বাবে নহয়, অলসতাৰ কাৰণে। ভালকৈ খোৱা, ভালকৈ শোৱা, ভাল কিতাপ পঢ়া আৰু কথাৰ মহলা মৰা তেওঁৰ প্ৰিয় অভ্যাস। পেণ্ডেলেভস্কিক কিন্তু তেওঁ অন্তৰেৰে সৈতে ঘৃণা কৰে। লাচুনস্কায়াৰ ল'ৰা দুটিৰ তেওঁ পূজনীয়, কিন্তু সিহঁতে তেওঁক ভয় হলে অলপো নকৰে। ঘৰৰ আটাইৰে লগতে তেওঁৰ ভাল ভাব; যদিও ঘৰৰ গিৰিহঁতনীয়ে সেইটো ভাল নাপায়। অথচ তেওঁ (মেডামে) এনেদৰে কৈ ফুৰে যে সকলোৰে লগত সমিলমিল ভাবত থকাত তেওঁৰ আপত্তি নাই।

'সুপ্ৰভাত মৰমৰ ভাইটিহঁত। তোমালোকেও আজি ইমান সোনকালে ফুৰিবলৈ ওলাইছা!' পেণ্ডেলেভস্কিয়ে কলে। তাৰ পাছত বাচিস্তভৰ ফালে চাই কলে, 'মই কিন্তু বহু আগেয়ে ওলাইছোঁ, প্ৰকৃতিক উপভোগ কৰাত মই আসক্ত।'

'কেনেদৰে তুমি প্ৰকৃতিক উপভোগ কৰিছা আমি দেখিছোৱে নহয়।' বাচিস্তভে ভোৰ ভোৰাই কলে।

'তুমি এটা জড় পদাৰ্থ। ভগবানেহে জানে তুমি কি ভাবিছা! মই হলে তোমাক জানোঁ।' যেতিয়া পেণ্ডেলেভস্কিয়ে বাচিস্তভৰ নিচিনা মানুহৰ লগত কথা হয় তেতিয়া তেওঁ খঙালহে উঠে আৰু এনে অৱস্থাত 'চ' আখৰটোৰ ঠিক উচ্চাৰণ হয় আৰু লগতে এটা হিচ্‌ হিচ্‌

শব্দ শুনাই।

ইপিনে সিপিনে চাই বাচিস্তভে সুধিলে, 'হোৱালীজনীক কিব বাট-পথৰ কথা শুধিছিলা বোধহয়?' পেঙেলেভস্কিয়ে তেওঁৰ মুখলৈ সমভাবে চাই থকা দেখি তেওঁৰ অস্বস্তি অনুভৱ কৰিলে।

'মই পুনৰ কওঁ, তুমি এটা জড় পদাৰ্থৰ বাহিৰে আন একো নোহোৱা। যিকোনো বস্তুৰে তুমি নীৰস ফাগটোৰ বাহিৰে আন একোৱে দেখা নোপোৱা।'

'ঐ ল'ৰাহঁত!' বাচিস্তভে হঠাৎ চিঞঁৰি কলে। 'পথাৰৰ মাজত সৌযে উইলো গছজোপা দেখিছা— কোনে আগেয়ে দৌৰি তালৈ যাব পাৰে— - - - এক — দুই তিনি —।' লগে লগে ল'ৰা দুজনে উইলো গছজোপা লক্ষ্য কৰি ভিৰাই লৰ ধৰিলে। বাচিস্তভেও সিহঁতক অনুসৰণ কৰিলে।

পেঙেলেভস্কিয়ে মনতে ভাবিলে— 'এটা গণ্ড মূৰ্খ! সি এই পোণাছুটিকো দেখিছো নষ্টহে কৰিব। এটা গণ্ড মূৰ্খত বাহিৰে ই একো নহয়।' তাৰ পাছত সুস্থ, চাফ-চিকুণ নিজৰ অৱয়বটো চাই ললে। কোটৰ হাত এখন আঙুলিৰে জোকাৰি দিলে। কলাৰটো টানি-টুনি ঠিক কৰি ললে আৰু নিজৰ বাটত আগবাঢ়িল। ঘৰ পাই নিজৰ কোঠাত সোমাই ড্ৰেচিং গাউনটো পিন্ধিলৈ কোনো উদ্দেশ্য সাধনৰ সংকল্পৰে পিয়ানো বজাবলৈ বহি গ'ল।

— x —

# দ্বিতীয় অধ্যায়ঃ

ডাৰিয়া মিখাইলোভ্না লাচুনস্কায়াৰ ঘৰটো সেই আয়া গুবাৰ্ণিয়া (Aya Gubernia) অঞ্চলৰ ভিতৰতে এটা ভাল ঘৰ। শিলৰ গাঁথনিৰে গঢ়া প্ৰকাণ্ড ঘৰ; ৰাষ্ট্ৰেলিৰ নক্সাৰ পৰা অষ্টাদশ শতিকাৰ অনুকৰণত সজা। এটা টিলাৰ চূড়াৰ ওপৰত মহিমাময় গৰ্ব্বেত মূৰ তুলি থিয় হৈ আছে সেই ঘৰটো। ঘৰটোৰ সন্মুখেৰে টিলাটোৰ তলেদি মধ্যৰুচিয়াৰ প্ৰধান প্ৰধান নৈবোৰৰ ভিতৰৰ এখন ডাঙৰ নৈ বৈ গৈছে। লাচুনস্কায়া নিজে এগৰাকী সম্ভ্ৰান্ত আৰু আঢ্যবন্ত মহিলা। তেওঁ এগৰাকী মৃত প্ৰিভিকাউন্সিলৰৰ বিধবা পত্নী। যদিও পেগেলে-ভস্কিয়ে কৈ ফুৰে যে মেডাম লাচুনস্কায়া সমগ্ৰ ইউৰোপতে জনাজাত আৰু তেৱোঁ সমগ্ৰ ইউৰোপকে জানে; আচলতে ইউৰোপত তেওঁক কোনেও নাজানে। আনকি চেণ্টপিটাৰ্চবাৰ্গতো তেওঁৰ কোনো প্ৰতিপত্তি নাই। মস্কোত হলে তেওঁক সকলোৱে চিনি পায়— আৰু বহুতে তেওঁৰ নিমন্ত্ৰণ-আমন্ত্ৰণতো উপস্থিত থাকে। অভিজাত সকলৰ লগতে তেওঁৰ সম্পৰ্ক, যদিও একক গোড়ামীৰ বাবেহে তেওঁ খ্যাত। বৰ বেছি দয়াশীলাও নহয়, কিন্তু এগৰাকী সুচতুৰা মহিলা। যৌৱনকালত তেওঁ বৰ ৰূপৱতী আছিল। কবিয়ে তেওঁৰ ৰূপৰ কবিতা লিখি তেওঁক সন্মানিত কৰিছিল। তেওঁৰ ৰূপত ডেকাচাম চিত্তবিহ্বল হৈছিল আৰু স্বনামধন্য ডাঙৰীয়াসকল তেওঁৰ আছিল প্ৰণয় ভিক্ষাৰী। তাৰ পিছত প্ৰায় পঁচিশ ত্ৰিশ বছৰ পাৰ হৈ গ'ল। আগৰ ৰূপ যৌৱনৰ এতিয়া কোনো চিন চাপেই নাই। এতিয়া যিকোনো এজনে প্ৰথমে দেখিলেই তেওঁ নিজৰ মনতে প্ৰশ্ন কৰিব, বয়সত সিমান বুঢ়ী নহলেও এই শেঁতাপৰা জীৰ্ণ জোঙা নাকৰ তিৰোতাগৰাকীয়ে জানো এসময়ত শ্ৰেষ্ঠা

সুন্দৰী আছিল? এওঁক কেন্দ্ৰ কৰিয়ে জানো কবিয়ে উৎকলিতগ্ৰন্থত কাব্য-ৰসৰ লহৰ তুলিছিল? সঁচাকৈয়ে পাৰ্থিব বস্তুৰ পৰিবৰ্তন সম্পৰ্কে চিন্তা কৰিলে সকলোৰে মনত বিস্ময় নাজাগি নাথাকে। আজি একমাত্ৰ পেণ্ডেলেভস্কিয়ে সঁচাকৈয়ে উপলব্ধি কৰে যে মেডাম লাচুনস্কায়াৰ চকুৰ দীপ্তি আজিও দীপ্তিমান। কিন্তু পেণ্ডেলেভস্কিয়ে আজিও দোহাৰে যে সমগ্ৰ ইউৰোপে তেওঁক জানে— যেনেকৈ জানে পেণ্ডেলেভস্কি নিজে।

গ্ৰীষ্মকালত মেডাম লাচুনস্কায়াই ল'ৰা-ছোৱালীকেইটিক লৈ তেওঁৰ গাৱঁৰ ঘৰত থাকেগৈ। তিনিটা ল'ৰা-ছোৱালীৰ ভিতৰত ডাঙৰজনী ছোৱালী, নাম নাটালিয়া, বয়স সোঁতৰ বছৰ। আৰু দুজন ল'ৰা, বয়স ন আৰু দহ বছৰ। মানুহৰ কাৰণে তেওঁৰ ঘৰৰ দুৱাৰ সদায় খোলা। বিশেষকৈ অবিবাহিত সকলৰ কাৰণে। গাওঁৰ তিৰোতা-বোৰক তেওঁ মুঠেও দেখিব নোৱাৰে। তেনেদৰে গাৱঁৰ তিৰোতাবোৰেও তেওঁক মুঠেই দেখিব নোৱাৰে। তেওঁলোকৰ মনত মেডাম হ'ল উদ্ধত, ব্যভিচাৰিণী আৰু দাৰুণ স্বেচ্ছাচাৰিণী। এই সকলোবোৰৰ উপৰিও কথা-বাৰ্তাত তেওঁ নিজে নিজে লোৱা অপৰিসীম স্বাধীনতাক সাধাৰণতে সিহঁতে ঘৃণাই কৰে। অৱশ্যে এইটো সঁচা কথা যে গাৱঁলীয়া জীৱনৰ বাধা-নিষেধবোৰক লাচুনস্কায়াই কোনো গুৰুত্ব নিদিয়ে। কিন্তু গাৱঁ-লীয়া মানুহৰ প্ৰতি নগৰীয়া মানুহৰ স্বাভাৱিক হেয় মনোভাব তেওঁৰ নিঃসংকোচ, সৰল ব্যৱহাৰৰ মাজতো ফুটি উঠে। কিছুমান নগৰীয়া মানুহৰ প্ৰতিও তেওঁৰ বেয়া ভাব এটা আছে। কিন্তু তাত অৱজ্ঞাৰ ভাব নাই।

(প্ৰসঙ্গক্ৰমে, পাঠকসকল, আপোনালোকে লক্ষ্য কৰিছেনে যে এজন লোকে তেওঁৰ তলৰ কৰ্মচাৰীৰ লগত যেনে ধৰণৰ আচৰণ কৰে তেওঁৰ ওপৰৰ কৰ্মচাৰীৰ লগত কেতিয়াও তেনে নকৰে। তাৰ কাৰণ কি? কিন্তু ---- তেনেবোৰ প্ৰশ্নৰ কোনো সমিধান নাই।)

যেতিয়া পেণ্ডেলেভস্কি থালবাৰ্গৰ সুৰটো হৃদয়ঙ্গম কৰি তেওঁৰ পৰিস্কাৰ-পৰিচ্ছন্ন সুখদায়ক কোঠাটোৰ পৰা বৈঠকখানালৈ আহিল— তেতিয়া নিমন্ত্ৰিত সকলৰ সভা বহি গৈছে। ইতিমধ্যে সোধ-পোচ

আবদ্ধ হৈছে। মেডাম লাচুনস্কায়া এখন আহল-বহল চকীত বেছ আৰামেৰে বহি এখন ফৰাচী পুথিকাৰ পাত লুটিয়াই আছে। আন-কালে খিৰিকীৰ ওচৰত জীয়েক নাটালিয়া। হাতত কাপোৰত ফুল-তোলা যন্ত্ৰ এটা। ওচৰতে নাটালিয়াৰ অভিভাৱিকা মাঠি বহুৰীয়া লেডী বনকার্ট। বুঢ়ীৰ বিচিত্ৰ ৰঙৰ টুপিৰ তলেদি দেখা হৈ আছে নকল ৰং দিয়া চুলিৰ ক'লা আগবোৰ। কাণত গুঁজি লৈছে উলৰ কিছুমান। এটা কোণত দুৱাৰৰ কাষত এখন খবৰৰ কাগজ মেলি লৈ বহি আছে বাচিলভ। তেওঁৰ কাষত পেটিয়া আৰু ছেনিয়া, দুয়োজনে 'ফ্লুট' খেলি আছে। আৰু চিমনিৰ সন্মুখত পিছফালে হাতবান্ধি থিয় হৈ আছে এজন চুটি-চাপৰ ভদ্ৰলোক। তেওঁৰ চুলি আলি-মুলি, আধা-পকা, মুখ কৃষ্ণ বৰ্ণৰ আৰু চকু দুটা ক'লা, সৰু সৰু, বেচ চালাক-চতুৰ। নাম তেওঁৰ আফ্ৰিকান চেমিওনভিচ পিগাচভ।

পিগাচভ এজন আচৰিত প্ৰকৃতিৰ মানুহ। সকলো বস্তু বা ব্যক্তিৰ ওপৰত তেওঁৰ বিতৃষ্ণা। ৰাতিপুৱাৰে পৰা গধূলিলৈকে সকলোৰে ওপৰত, বিশেষকৈ তিৰোতাবোৰৰ ওপৰত তেওঁৰ নানাধৰণৰ তৰ্জন-গৰ্জন। তেওঁৰ অভিযোগবোৰ কেতিয়াবা স্পষ্ট কেতিয়াবা আকৌ বুৰ্বকামিৰে ভৰা। তেওঁৰ খিট্‌খিটিয়া স্বভাৱটো ল'ৰালিৰ বাহিৰে একো নহয়। তেওঁৰ হাঁহি, মাত-কথা সকলো যেন বিদ্বেষৰ বিষত জৰ্জৰিত। লাচুনস্কায়াই তেওঁক সাদৰ সম্ভাষণ জনায়। পিগাচভৰ অদ্ভুত ৰসৰ কথাবোৰে তেওঁক আমোদ দিয়ে। তেওঁৰ ৰসিকতাই সচাঁকৈয়ে হাঁহিৰ খোৰাক যোগায়। উদ্ভট কল্পনা কৰি ডাঙৰ ডাঙৰ কথা কোৱা তেওঁৰ স্বভাৱ। উদাহৰণ স্বৰূপে, এটা কিবা দুৰ্ঘটনা হ'ল- যেনে বজ্ৰপাত পৰি এখন গাওঁ পুৰি ছাই হৈ গ'ল, কলঘৰৰ পুখুৰীটোৰ পানীয়ে পাৰ ভাঙি পেলালে, অথবা কৃষক এজনে নিজৰ হাত দুখন কাটি পেলালে- তাৰ আতিগুৰি নোলোৱাকৈ পোনে পোনে তেওঁ সুধিব, 'বাৰু সেই ছোৱালীজনী কোন'? তেওঁৰ ধাৰণা দুৰ্ঘটনাৰ প্ৰকৃত কাৰণ যদি অনুসন্ধান কৰা যায় তেন্তে দেখা যাব যে তাৰবাবে দায়ী হব নিশ্চয় কোনো ছোৱালী বা নাৰী। পৃথিবীৰ

প্ৰত্যেক ঘটনাৰ অন্তৰালত যেন যিকোনো এজনী তিৰোতা থাকিবই।

এবাৰ এগৰাকী সম্পূৰ্ণ অপৰিচিতা ভদ্ৰ মহিলাই তেওঁক জোৰকৈ আপ্যায়িত কৰিবলৈ বিচাৰিলে। মুখমণ্ডলত এটা খঙৰ ভাব বিৰাজমান হৈ থাকিলেও তেওঁ মহিলাগৰাকীৰ সন্মুখত আঠু ললে আৰু চকুৰ পানী মচি মচি তেওঁক অব্যাহতি দিয়াৰ বাবে অনুনয় কৰিলে; লগতে পুনৰ কেতিয়াও আৰু মহিলাগৰাকীৰ ঘৰত নোসোমাই বুলি প্ৰতিশ্ৰুতি দিলে। এবাৰ লাচুনস্কায়াৰ কাপোৰধোৱা লিগিৰী এজনীক পিঠিত লৈ ঘোঁৰা এটা ঠিয় টিলা এটাৰ ওপৰৰ পৰা নামনিলৈ তীৰবেগে দৌৰ মাৰিলে। লিগিৰীজনী এটা দ খাৰৈত চিটিকি পৰি মৃতপ্ৰায় হ'ল। সেই সময়ৰ পৰা পিগাচভে জন্তুটোৰ বিষয়ে কবলৈ হলে 'সৌ সুন্দৰ ঘোঁৰাটো' বুলিহে কয়; আৰু আনকি টিলাটো আৰু খাৰৈটোক অতি মনোমোহা স্থান বুলিহে গণ্য কৰে।

পিগাচভৰ এনেকুৱা উদ্ভট কাৰ্য, ক্ষোভ আৰু বুৰ্ব্বকামিৰ নিদৰ্শন বহুতো আছে। তাৰ মূল কাৰণ হ'ল জীৱনত একোতে তেওঁ সফলতা অৰ্জন কৰিব নোৱাৰিলে।

অতি দুখীয়া পৰিয়ালত পিগাচভৰ জন্ম। দেউতাকে ভাল ভাল বিষয়-বাব ভোগ কৰিছিল; কিন্তু তেওঁৰ শিক্ষা-দীক্ষা বেচি নাছিল। দেউতাকে তেওঁক লিখা-পঢ়া শিকাব নোৱাৰিলে; কিয়নো ভাত-কাপোৰ আদি সাংসাৰিক চিন্তাতেই তেওঁ পাৰপোৱা নাছিল। অতিপাত মৰম কৰি মাকে তেওঁক লাই দিছিল। কিন্তু মাক বেছিদিন জীয়াই নাথাকিল। পিগাচভে নিজে নিজক মানুহ কৰিছিল। নিজৰ চেষ্টাতে তেওঁ জিলাৰ স্কুলত ভৰ্ত্তি হৈ লিখা-পঢ়া কৰিছিল। তাৰ পাছত 'জিম্নাচিয়াম'ত ভৰ্ত্তি হৈ তাৰ পৰা ফৰাচী, জাৰ্ম্মানী আৰু লেটিন ভাষাত স্নাতক হৈ উচ্চ প্ৰশংসাপত্ৰ লৈ ওলাই আহিছিল। তাৰ পাছত তেওঁ ডোৰপাট বিশ্ববিদ্যালয়লৈ গ'ল। তাত তেওঁ পূৰা তিনি বছৰ দুখ-দাৰিদ্ৰ্যৰ লগত যুদ্ধ কৰি পঢ়া শেষ কৰি উত্তীৰ্ণ হৈ ওলাই আহিল। কিন্তু মেধা আছিল তেওঁৰ মধ্যম স্তৰৰ। ধৈৰ্য্য আৰু অধ্যৱসায় আছিল তেওঁৰ অসাধাৰণ। ভাগ্যৰ বিড়ম্বনা যিয়েই নহওঁক

আন আন সকলৰ লগতে খোজ মিলাই সম্ভ্ৰান্ত সমাজৰ লগত মিলি যোৱাৰ অদম্য বাসনাই তেওঁৰ মনত আগঠাই অধিকাৰ কৰি আছিল। এই উচ্চাকাঙ্খাই তেওঁক ডোৱপাত বিশ্ববিদ্যালয়লৈ গৈ পৰিশ্ৰম কৰি বিদ্যা আৰ্জিবলৈ প্ৰেৰণা দিছিল। দাৰিদ্ৰ্যই তেওঁক কষ্ট কৰি তুলি-ছিল; আৰু সকলো বিষয়ে পৰ্যবেক্ষণ আৰু সূক্ষ্ম বিচাৰ কৰি চোৱাৰ শক্তি যোগাইছিল। তেওঁ জীৱনৰ আদিতেই খিট্‌খিটীয়া আৰু উগ্ৰ বাগ্মীতাৰ বিশেষ ধৰণৰ কৌশল আয়ত্ত কৰিছিল; সেয়েহে তেওঁৰ কথাবোৰ আচৰিত ধৰণৰ। কিন্তু তেওঁৰ ধ্যান-ধাৰণা সাধাৰণ স্তৰৰ পৰা বেছি ওপৰলৈ নিব পৰা নাই। তেওঁৰ ধৰণ কৰণ আৰু কথা-কোৱাৰ ভাব-ভঙ্গী দেখিলেই অনুমান হয় যেন তেওঁ কেৱল সুৰকেসিই নহয় বুদ্ধিমানো।

স্নাতক হোৱাৰ পাছতে তেওঁ ঠিক কৰিলে যে তেওঁ শিক্ষাব্ৰতী হৈ জীৱন কটাব। তেওঁ বুজিছিল যে এই পথৰ বাহিৰে মনে বিচৰা বন্ধু-বান্ধৱৰ সান্নিধ্য লাভৰ আৰু অন্য পথ নাই। অভিজাত সমাজতেই তেওঁ বন্ধু বিচাৰি লৈছিল। তৰ্কবাগীশ আছিল যদিও তেওঁ জানিছিল আৰু সাৱধান হৈছিল — কেনেকৈনো সেই বন্ধুত্ব অটুত ৰাখিব পাৰি। ইয়াৰ কাৰণে প্ৰয়োজন হ'লে তোষামোদ কৰিবলৈও তেওঁ কুণ্ঠিত নহৈছিল। শিক্ষাব্ৰতীৰ পথটো বৰ কম সহজ পথ নহয়। মহৎ ত্যাগ আৰু আন্তৰিকতাইহে এই পথ সুগম কৰে। কিন্তু পিগাচভৰ সেই গুণাৱলীৰ অভাৱ। তেওঁৰ আছিল সমাজত ডাঙৰ মানুহ বোলোৱাৰ এটা দম্ভ। গতিকে নিজৰ চেষ্টাতে লিখা পঢ়াত আগবাঢ়িলেও প্ৰকৃত জ্ঞান তেওঁ অৰ্জন কৰিব পৰা নাছিল। তেওঁৰ এজন সহকৰ্ম্মী বন্ধু, যাক তেওঁ সৰু মনৰ মানুহ বুলি ঠাট্টা বিদ্ৰূপ কৰে, আনকি তেওঁৰ লগতে যিকোনো আলোচনাতে পৰাজয় স্বীকাৰ কৰিবলগীয়া হৈছিল। সেয়েহে এদিন মনৰ খঙত কিতাপ-পত্ৰ সকলোবোৰ জুইত জাপি দি তেওঁ শিক্ষাকতাৰ পৰা অব্যাহতি ললে; আৰু চিভিল চাৰ্ভিচৰ এটা চাকৰিত যোগ দিলে।

চাকৰিত সোমাই পোনপ্ৰথমে পিগাচভে ভাবিলে যে ইয়াত তেওঁৰ

ভবিষ্যত বিৰাট সম্ভাৱনাৰে পৰিপূৰ্ণ। কিন্তু সকলো কামতে খৰখেদা কৰা তেওঁৰ স্বভাৱ। দক্ষতাৰ অভাৱ তেওঁৰ থাককৈয়ে আছিল। আনহাতে দুঃসাহস আৰু চাতুৰ্য্য আছিল অপৰিসীম। একে বাতিয়ে উন্নতি কৰিম বুলি ভাবি তেওঁ বিপদ চপালে। হঠাৎ এনেকুৱা ভুল কৰি পেলালে যে চাকৰি এৰি দিবলগীয়া হ'ল। তাৰপাছত সৰু এখন গাওঁ কিনি লৈ তাতে বসবাস কৰিবলৈ ললে। তালৈ গৈ অৰ্দ্ধশিক্ষিতা এগৰাকী গাৱঁলীয়া যুৱতীক বিয়া কৰালে। যুৱতী ধনবতী আছিল। পিগাচভৰ কথা বাৰ্ত্তাত তেওঁ মুগ্ধ হৈছিল! ইতিমধ্যে পিগাচভৰ চৰিত্ৰত ফুটি ওলাইছিল ৰুক্ষতা, তিক্তাতা আৰু আনন্দহীনতা। গতিকে সাংসাৰিক জীৱনত বেমেজালি অহাতো স্বাভাৱিক। মাত্ৰ তিনি-বছৰীয়া দাম্পত্য জীৱন শেষ কৰি ঘৈনীয়েক মস্কোলৈ পলাই গ'ল। তাত বেছি মূল্য পাই তেওঁ নিজৰ মাটিবাৰী, সম্পত্তি বেচি দিলে। পিগাচভে তেতিয়ালৈকে নিজৰ কিনা মাটিত এটা মাত্ৰ ঘৰ বান্ধিছিল। তেওঁ মৰ্ম্মাহত হৈ ঘৈণীয়েকৰ বিৰুদ্ধে গোচৰ তৰিলে; কিন্তু বিচাৰত জয়লাভ কৰিব নোৱাৰিলে। ইয়াৰ পাছৰ পৰা আৰম্ভ হ'ল তেওঁৰ নিঃসঙ্গ জীৱন। ওচৰ চুবুৰীয়াৰ লগত মিলভাব আছে হয় কিন্তু নিজৰ স্বভাৱৰ গুণতে পাছত আৰু আগতো ভাল বেয়া কটু কথা তেওঁৰ মুখত নোলোৱাকৈ নাথাকে। তথাপি চুবুৰীয়াই তেওঁক বেয়া পালেও অনুকম্পা নেদেখুৱাকৈ নাথাকিল। তেওঁৰ প্ৰায় এশজনমান ভূমিদাস আছিল। সিহঁতৰ পৰা যি আয় হয়, এজন মানুহৰ কাৰণে খাই লৈ বাচি থাকিবলৈ সেয়ে যথেষ্ট।

বৈঠকখানালৈ পেগুলেভস্কি সোমাই অহাৰ লগে লগে মেডাম লাচুনস্কায়াই সুধিলে 'অ' কনষ্টানটিন! আলেকজেন্দ্ৰিয়া লিপিনা আহিবনে ?"

'লিপিনাই আপোনাক ওলগ জনাইছে আৰু আপোনাৰ আমন্ত্ৰণত আনন্দিত হৈছে।' অলপ তললৈ হালি সোঁৱে বাঁৱে হাতখন লৰাই লৰাই শিষ্টাচাৰ জনাই আৰু ত্ৰিকোনকৈ কটা নখেৰে সৈতে সৰু গোলাকাৰ বগা হাতখনেৰে মূৰৰ সযত্নে ফণীয়াই থোৱা চুলিবোৰ লাহে

লাহে স্পর্শ কৰি পেণ্ডেলেভস্কিয়ে উত্তৰ দিলে।

'আৰু ভলিণ্টচেভ্‌ আহিবতো ?'

'হয়।'

মেডাম লাচুনস্কায়াই পিগাচভলৈ চাই সুধিলে, 'তেনেহলে আপোনাৰ মতে সকলো তৰুণীয়ে কৃত্ৰিমতাৰে ভৰা ?'

পিগাচভে ওঁঠ বিকটাই অলপ দুৰ্ব্বলভাবে কিলাকুটি দুটা পোনাই ললে। 'মই কৈছোঁ— যে' স্পষ্ট মাতেৰে তেওঁ কবলৈ আৰম্ভ কৰিলে (অতি বিৰক্তিবোধ কৰিলেও স্পষ্ট আৰু সুৰলা মাতেৰে কথা কোৱা তেওঁৰ স্বভাব।) 'সাধাৰণ তৰুণীসকল— মানে— মই উপস্থিত মহিলাসকলৰ ওপৰত কোনো মন্তব্য কৰা নাই।'

'তাত আপোনাৰ কোনো বাধা নাই।' পিগাচভৰ কথাৰ ওপৰতে লাচুনস্কায়াই কৈ উঠিল।

'ইয়াত উপস্থিত থকা মহিলাসকল সদায় তাৰ বাহিৰত।' পিগাচভে আকৌ আৰম্ভ কৰিলে। 'সাধাৰণতে সকলো তৰুণীয়ে চূড়ান্ত কৃত্ৰিমতাৰেঁ ভৰা। মনৰ ভাব প্ৰকাশ কৰাৰ সময়ত তেওঁলোকৰ আবেগ অনুভূতিত ই ধৰা পৰে। যেনে ধৰক—;যতিয়া কোনো এজনী তৰুণী ভয় বা দুখ পায়, নাইবা আনন্দ পায তেতিয়া প্ৰথমে তেওঁ এনেদৰে এটা মনোৰম ভঙ্গীমা কৰে,' এইবুলি পিগাচভে নিজৰ শৰীৰত নিজে এটা জোকাৰণি দি অদ্ভুত ভঙ্গী এটা কৰি হাতদুখন আগবঢাই দিলে। 'আৰু তাৰ পাছতে তেওঁ উঃ বা আঃ বুলি চিঞৰি উঠে। তাৰ পাছত হয় খুব হাঁহিব নহয় কন্দা-কটা কৰি হাহাকাৰ কৰিব।' পিগাচভ অলপ ৰ'ল আৰু এটা বিজয়ৰ হাঁহি মাৰি পুনৰ কবলৈ ধৰিলে। 'কৃত্ৰিমতাহীন প্ৰকাশ ভঙ্গী মই মাত্ৰ এবাৰ এজনীৰ পৰা আদায় কৰিবলৈ সক্ষম হৈছিলো।'

'কেনেকৈ ?'

পিগাচভৰ চকুত যেন বিদ্যুতহে চমকিল। 'এটা গছৰ ডালেৰে মই তৰুণীক পাছফালৰ পৰা এটা মাৰ সোধালোঁ। আৰু মাৰ খাই তৰুণীয়ে চিঞৰি উঠিল। ময়ো লগে লগে বাঃ বাঃ কৈ চিঞৰি

দিলোঁ। ভয় আৰু দুখত তৰুণীয়ে স্বাভাৱিকভাবেই মনৰ ভাব প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল। কৃত্ৰিমতাৰ সময়ে পোৱা নাছিল; আৰু মই তেনেকৈয়ে তাক আদায় কৰিবলৈ সক্ষম হৈছিলোঁ।'

সকলোৱে গিৰ্জনি মাৰি হাঁহি দিলে। লাচুনস্কায়াই কৈ উঠিল— 'আফ্ৰিকান চেমিওনভিচ! এইবোৰ আপুনি কি সাৰমৰ্ম নোহোৱা কথা কৈছে? এজনী তৰুণীক আপুনি গছৰ ডালেৰে কোবাইছিল— ইয়াকো জানো বিশ্বাস কৰিম!'

'হয়, ডাল এটাৰে— মই শপত খাই কৈছোঁ— গছৰ ডাঙৰ ডাল এটাৰে— মানে দুৰ্গ ৰক্ষা কৰাৰ সময়ত যিমান ডাঙৰ ডালৰ আৱশ্যক হয় আৰু - - - - - - - '

মেডামৈচেল বনকাৰ্টে খিল্ খিলাই হাঁহি থকা শিশুকেইটাৰ ফালে কটাক্ষ দৃষ্টি নিক্ষেপ কৰি কিবা কিবি কলে।

'এওঁৰ কথা আপোনালোকে বিশ্বাস নকৰিব। এওঁকতো আপোনা লোকে চিনিয়ে পায়।' লাচুনস্কায়াই মন্তব্য কৰিলে। ৰুষ্ট মেডাম বনকাৰ্টে ফৰাচিতে কিবা কিবি কৈ থাকিল।

'মোৰ কথা আপোনালোকে বিশ্বাস নকৰিবও পাৰে। মই কিন্তু একেবাৰে বাস্তৱসত্য কথাকে কৈছোঁ'— পিগাচভে কলে। 'মোৰ বাহিৰে কোনে বাৰু এই কথা ভালকৈ জানিব কওঁক। আপোনা-লোকে বিশ্বাস নকৰিবও পাৰে – কিন্তু আমাৰ চুবুৰীৰ সেইয়া মেডাম চিপুজোভা, এলেনা এণ্টোনোভ্নাই মোক খুব গোপনে কৈছে যে তেৱেঁই নিজৰ ভতিজা পুতেকৰ মৃত্যু ঘটাইছে।'

'কি যে কথাবোৰ!'

'মোক আগতে শেষ কৰিবলৈ দিয়ক; মোৰ কথাটো শুনকচোঁন — তাৰ পাছত নিজে নিজে বিচাৰ কৰি চাব। চাওঁক— মই তেওঁৰ বদনাম গোৱা নাই। মই তেওঁক ভালেই পাওঁ— যেনেকৈ মানুহে ছোৱালীবোৰক ভালপায়। তেওঁৰ ঘৰত কোনো কিতাপ পত্ৰ নাই। মাত্ৰ বেৰত এখন কেলেণ্ডাৰ আছে আৰু তাকে চকুদুটা ডাঙৰ ডাঙৰকৈ মেলি পঢ়ে। পঢ়ি পঢ়ি ভাগৰি যায়। একে আষাৰে কবলৈ হলে তেওঁ

এজনী ভাল তিৰোঁতা। আৰু তেওঁৰ চাকৰণীকেইজনীও বেচ বাংচালী। মই তেওঁৰ ওপৰত কেলেই দোষাৰোপ কৰিম।'

লাচুনস্কায়াই কৈ উঠিল—'এইয়া আৰম্ভ হলেই— পিগাচভে তেওঁৰ মনত লগা বিষয়বস্তু পাইছে। ৰাতি শেষ নকৰি নেৰিছে।'

"হয়, মনৰ জোখাৰে বিষয়বস্তু মই পাইছোঁ। কিন্তু তিৰোঁতা-বোৰৰ মনখোৱা বস্তু তিনিটা মাত্ৰ আছে। শোৱাৰ সময়খিনি বাদ দি এই তিনিটাকে সদায় তেওঁলোকে পাগুলি থাকে।'

'কি— কি?'

'পৰনিন্দা, পৰচৰ্চা আৰু অপভাষণ।'

লাচুনস্কায়াই সুধিলে, 'তিৰোতাসকলৰ ওপৰত আপোনাৰ এনে ধৰণৰ তিক্ততাৰ নিশ্চয় কিবা কাৰণ আছে। আপোনাক নিশ্চয় কোনো তিৰোঁতাই— '

'আঘাট দিছে— এয়াতো?' পিগাচভে তেওঁৰ কথাৰ শেষৰ খিনি তুলি ধৰিলে।

লাচুনস্কায়া অপ্ৰস্তুত হৈ গ'ল। পিগাচভৰ বিবাহিত জীৱনৰ ব্যৰ্থতাৰ কথা তেওঁৰ মনলৈ আহিল।

'সঁচাকৈয়ে এজনী মহিলাই মোক আঘাট দিছিল— যদিও তেওঁ আছিল পৰম স্নেহময়ী।'

'কোননো সেইজনী?'

পিগাচভে সৰু মাতেৰে কলে, 'তেওঁ মোৰ জন্মদাত্ৰী, মোৰ মা।'

'আপোনাৰ মাক? কেনেকৈ আঘাট দিলে?'

'মোক জন্ম দি।'

লাচুনস্কায়াই সিয়ৰি উঠিল। 'আমাৰ আলোচনাবোৰ নীৰস অৱস্থালৈ যাবলৈ ধৰিছে। কনষ্টানটিন, আপুনি বৰং থালবাৰ্গৰ নতুন সুৰটোকে শুনাওঁক। সম্ভৱতঃ পিগাচভকো সেই সুৰে সৈমান কৰিব। অৰফিয়াচে জানো সুৰৰ মাজেৰে বনৰ পশুবোৰক বশ কৰা নাছিল?'

পেণ্ডেলেভস্কি পিয়ানোত বহিল আৰু অতি চমৎকাৰকৈ সুৰটো বজাবলৈ ধৰিলে। নাটালিয়াই প্ৰথমে সুৰটো মনোযোগেৰে শুনিলে,

তাৰ পাছত নিজৰ বেজিৰ কামত মন দিলে।

'থালবাৰ্গৰ সুৰ মোৰ বৰ ভাল লাগে। আপুনি কি ভাবি আছে পিগাচভ?' লাচুনস্কায়াই সুধিলে।

পিগাচভে মাত লগালে—'মই ভাবিছোঁ। আত্মসৰ্ব্বস্ব ব্যক্তিৰ কথা, যিসকলক প্ৰধানকৈ তিনিটা ভাগত ভগাব পাৰি। প্ৰথমে যিসকল নিজে বাচি থাকে আৰু আনকো বাচি থাকিবলৈ দিয়ে। দ্বিতীয়তে, যিসকল নিজে জীয়াই থাকে কিন্তু আনক জীয়াই থাকিবলৈ নিদিয়ে আৰু তৃতীয়তে, যিসকল নিজেও জীয়াই থাকিব নোখোজে আৰু আনেও জীয়াই থকাটো নিবিচাৰে। তিৰোঁতাসকল হ'ল তৃতীয় শ্ৰেণীৰ আত্ম সৰ্ব্বস্ব জীব।'

'আপুনি কেনে সুন্দৰ ৰসিক! কিন্তু এটা কথাত মই চিন্তিত হৈছো আফ্ৰিকান চেমিওনভিচ! সেইয়া হ'ল আপোনাৰ আত্মবিশ্বাসৰ ওপৰত অবিচলিত আস্থা দেখি, যেন আপুনি কেতিয়াও ভুল নকৰে।'

'সেইটো নহয়। ময়ো ভুল কৰো। পুৰুষেও ভুল কৰিব পাৰে। কিন্তু পুৰুষৰ ভুল আৰু তিৰোতাৰ ভুলৰ মাজত প্ৰাৰ্থক্য ক'ত জানে? আপুনি নাজানে—উদাহৰণ হিচাবে চাওঁক, —পুৰুষে হয়তো ভুল কৰি কব পাৰে যে দুয়ে দুয়ে চাৰি নহয়—পাঁচ বা তিনি; কিন্তু তিৰোতাই ভুল কৰিলে কব যে দুয়ে দুয়ে এডাল মমবাতিহে।'

'এনে কথা মই আপোনাৰ মুখত ইয়াৰ আগতেও শুনা যেন লাগে। কিন্তু জানিব পাৰোনে অলপ আগতে শুনা সুৰৰ লগত এই তিনি ধৰণৰ আত্ম-সৰ্ব্বস্বৰ সম্বন্ধ কোনখিনিত?'

ক'তো নাই; মই সুৰ শুনাই নাই।'

'এৰা, আপোনাৰ বেমাৰ একেবাৰেই দুৰাৰোগ্য। গান আপোনাৰ ভাল নালাগে—তেন্তে কিনো ভাল লাগে আপোনাৰ? যদি আপুনি গান ভাল নাপায় তেনেহলে সম্ভৱতঃ সাহিত্য ভালপায়।' প্ৰত্যুত্তৰত লাচুনস্কায়াই কলে।

'হয়, সাহিত্য মই ভালপাও। কিন্তু আধুনিক সাহিত্য নহয়।'

'কেলেই?'

'কাৰণটো শুনক। কিছুদিন আগতে এজন মানুহৰ লগত এখন নদী পাৰ হবলৈ একেলগে নাও এখনত উঠিছিলোঁ। মানুহজনৰ বস্তু-বেহানিৰ এটা বৰ গধুৰ টোপোলা আছিল। হঠাৎ নাওখন এটা চাপৰিত বজিল। বোজাবোৰ হাতেৰে কঢ়িয়াই নিব লগা হ'ল। নাৱৰীয়াহঁতে যেতিয়া সেইটো কোনোমতে কঢ়িয়াব নোৱাৰি ভাগৰত জুৰুলা হৈছিল তেতিয়া সেই মানুহজনে মাথোঁ থিয় হৈ চিঞঁৰি চিঞঁৰি ধমক দিছিল। মানুহজনৰ অৱস্থা দেখি মোৰ বৰ বেয়া লাগিল। মনতে ভাবিলোঁ — এয়ে আমাৰ শ্ৰমবিভাজনৰ ব্যৱস্থা। আধুনিক সাহিত্যৰ বেলিকাও একে কথা— আনে যেতিয়া প্ৰাণপণে টনা-আজোৰা কৰি জীৱন যুদ্ধত হাবাথুৰি খায়, আধুনিক সাহিত্যই তেতিয়া গঠনমূলক ধাৰণাৰ সলনি বিৰক্তিসূচক মনোভাবহে প্ৰচাৰ কৰে।'

লাচুনস্কায়াই হাঁহি দিলে। পিগাচভে আকৌ কলে— 'আৰু ইয়াকে কোৱা হয় আমাৰ সাম্প্ৰতিক জীৱনৰ প্ৰতিচ্ছৱি।' পিগাচভে অক্লান্তভাবে কৈ গ'ল— 'সামাজিক সমস্যাৰ ওপৰত কি অন্তৰ নিগৰি ওলোৱা সহানুভূতি আৰু যে ক'ত কিমান সুৱলা শব্দৰ সংযোজন।'

'অন্ততঃ যিবোৰ তিৰোতাক আপুনি নিন্দা কৰে তেওঁলোকেতো এনেদৰে মৌবৰষা কথা নকয়।'

'নকয়, কব পাৰিলেতো।' কান্ধ জোকাৰি পিগাচভে কলে। লাচুনস্কায়া অলপ ৰঙা পৰিল। বিদ্ৰূপৰ হাঁহি এটাৰে তেওঁ কলে— 'আপুনি বৰ অশিষ্ট আফ্ৰিকান চেমিওনভিচ।' কিছুসময়ৰ বাবে কোঠাটো নীৰৱ হৈ পৰিল।

'জলোটোনচা ক'ত?' ল'ৰাছজনৰ এজনে হঠাৎ নীৰৱতা ভাঙি বাচিস্তভক সুধিলে।

'পলটভা প্ৰদেশত মইনাহঁত।' পিগাচভে তৎক্ষণাত কৈ উঠিল— 'খোখল সকলৰ বাসভূমিৰ ঠিক মাজতে।' আলোচনাৰ সোঁতটো সলনি কৰিবলৈ পায় তেওঁ ভালপালে। তেওঁ কৈ গ'ল— 'টকা থাকিলে মই এতিয়াই ইউক্ৰেনিয়ান কবি হব পাৰিলোহেঁতেন।'

লাচুনস্কায়াই মন্তব্য কৰিলে— 'মই কিন্তু নোৱাৰিলোঁহেতেন।

বিশিষ্ট কবি হবলৈ আপোনাৰ জানো সেই ঠাইৰ ভাষা জনা আছে ?'

'একেবাৰেই নাই, আৰু জনাৰ আৱশ্যকো নাই।'

'জনাৰ আৱশ্যক নাই ?

'নাই অলপো নাই। এখন কাগজ লৈ তাত লিখা আৰম্ভ কৰি দিয়ক। ওপৰত লিখক কবিতা। তাৰ পাছত মোৰ ভাগ্য, মোৰ ভাগ্যহীন কপাল, সেউজীয়া পাহাৰৰ বুকুত ইত্যাদি মনত যি আহে লিখি যাওঁক। হৈ গ'ল কবিতা। ছপাই প্ৰকাশ কৰিবও পাৰে। ইউক্ৰেণৰ মানুহবোৰে গালে মুখে হাত দি তাকেই পঢ়ি কান্দি পেলাব। এনেকুৱা ভাব-প্ৰবণ তেওঁলোক।'

'হে হৰি আপুনি কৈছে কি ? মই ইউক্ৰেণত বহুদিন আছিলো। মই সেই ঠাইখনক ভাল পাওঁ আৰু তাৰ ভাষাও মই জানোঁ। আপুনি কোৱা কথা অবাস্তৱ।' বাচিস্তভে কলে।

'সেইটো হব পাৰে। তাৰ মানুহে কিন্তু কান্দিবই। ভাষাৰ কথা কৈছে ? ইউক্ৰেণিয়ান বুলি কিবা ভাষা জানো আছে? এবাৰ এজন * খোখলক ৰুচ ভাষাৰ এটা কথা অনুবাদ কৰিবলৈ দিছিলো। পিছে অনুবাদ নহৈ হ'লগৈ ভাটৌ চৰাইৰ কথা। ইয়াকো আপুনি এটা ভাষা বুলি কয়— স্বতন্ত্ৰ ভাষা ? এই কথা স্বীকাৰ কৰাতকৈ মই মোৰ জীৱনৰ অন্তৰঙ্গ বন্ধু এজন কামানৰ আগত পৰি ধূলিত মিহলি হৈ যোৱাও সহ্য কৰিব পাৰোঁ।'

বাচিস্তভে আলোচনাটো দীঘলীয়া কৰাৰ ভাবত আছিল। লাচুন-স্কায়াই বাধা দি কলে— 'এইবোৰ তেওঁৰ অবাস্তৱ কথা-এৰি দিয়ক।'

পিগাচভে অবজ্ঞাৰ হাঁহি এটা মাৰিলে। এনেতে এজন লগুৱা আহি লিপিনা আৰু তেওঁৰ ককায়েক অহা খবৰ দিলে। লাচুনস্কায়া আলহী সম্বৰ্দ্ধনাৰ বাবে উঠি গ'ল।

'ভালনে আলেকজেণ্ড্ৰিন ?' লাচুনস্কায়াই সুধিলে। 'তোমালোক

---

* বিঃ দ্ৰঃ-জাৰৰ শাসনকালত ৰুচিয়াত ইউক্ৰেনিয়ান সকলক হীন-অৰ্থত খোখল বোলা হৈছিল।

আহি বৰ আনন্দ দিলা। চেৰগেই পাভলভিচ্, তুমি কেনে আছা?'

চেৰগেই পাভলভিচ্ ভলিণ্টচেভে লাচুনস্কায়াৰ লগত কৰমৰ্দ্দন কৰিলে আৰু নাটালিয়াৰ ওচৰলৈ গ'ল।

'আপোনাৰ নব পৰিচিত ব্যাৰণ মহাশয় আজি ইয়ালৈকে আহি বতো?' পিগাচভে সুধিলে।

'হয়, তেওঁ আহিব।'

'শুনিলো তেওঁহেনো এজন ডাঙৰ দাৰ্শনিক। হেগেল সম্বন্ধে বৰকৈ লাগি গৈছে।' লাচুনস্কায়াই কোনো উত্তৰ নিদি লিপিনাক এখন চোফাত বহুৱাই দি নিজেও ওচৰতে বহিল।

পিগাচভে বলকি গ'ল। 'দৰ্শনে মানুহৰ দৃষ্টি-ভঙ্গী উন্নত কৰে। এই উন্নত দৃষ্টি-ভঙ্গী কিন্তু মোৰ মনত মৃত্যুবৎ। ইমান ওপৰত উঠিলে তলৰ ফালে কি আছে সিনো কেনেকৈ নজৰত পৰিব। ঘোঁৰা কিনিবলৈ হ'লে অট্টালিকাৰ গম্বুজৰ ওপৰত উঠি পৰীক্ষা কৰিলেতো নহয়।'

আলেকজেন্দ্ৰা পাভ্‌লভ্‌নাই লাচুনস্কায়াক সুধিলে— 'ব্যাৰণে তেওঁৰ এটা প্ৰবন্ধ আপোনাৰ কাৰণে লৈ আহিব নহয়?'

একান্ত উদাসীনভাবে লাচুনস্কায়াই উত্তৰ দিলে— 'এৰা, ৰুছিয়াৰ বেহা-বেপাৰৰ লগত উৎপাদনৰ সম্পৰ্ক কি এই বিষয়ে এটা প্ৰবন্ধ। ভয় নাই, প্ৰবন্ধটো ইয়াত পঢ়া নাই। আৰু সেইকাৰণে তোমাক মতা হোৱা নাই। ব্যাৰণ মানুহজনে ৰুচভাষাতো সুন্দৰ কথা কব পাৰে।'

পিগাচভে অসন্তোষভাবেৰে কৈ উঠিল— 'তেওঁ ৰুচভাষা ইমান ভাল কয় যে তেওঁক ফৰাচী ভাষাত এটা ধন্যবাদ দিয়া উচিত।'

লাচুনস্কায়াই অলপ খঙমুৱাহৈ কলে— 'আফ্ৰিকান চেমিওন ভিচ, যিমান পাৰে কৈ যাওঁক – আপোনাৰ লাগ-বান্ধ নোহোৱা কথাবোৰ। সেইবোৰ আপোনাৰ খেলি-মেলি চুলিবোৰৰ লগত বেচ মিলে।' তাৰ পাছত অলপ বৈ কলে – 'এৰাতো তেখেত আহি নাপালেই দেখোন!' অলপ ইপিনে সিপিনে চাই - 'আমাৰ 'ডিনাৰলৈ' আৰু এঘণ্টা পলম আছে। বলক আমি আটায়ে বাগিছালৈ যাওঁগৈ। বতৰো বৰ সুন্দৰ।'

আটায়ে উঠিল আৰু বাগিছাৰফালে খোজ ললে। মেডাম লাচুনস্কায়াৰ বাগিছা নদীৰ পাৰলৈকে বিয়পা। বাগিছাৰ বাটৰ দুয়োকাষে 'লাইম' গছৰ শাৰী। সেই বাটখিনিত ছাঁ আৰু পোহৰৰ অপূৰ্ব্ব মাধুৰিমা। আৰু ভাবে শেষত মৰকত মণি পাৰি দিয়া যেন সেউজীয়া প্ৰবেশ তোৰণ। আশে পাশে আকাচিয়া আৰু লিলাক ফুলৰ নিকুঞ্জ।

নাটালিয়া আৰু বনকাৰ্টৰ লগত ভলিণ্টচেভ বাগিছাৰ ঘন সেউজীয়া গছ-পাতেৰে ভৰা বাটেদি গৈ আছে। ভলিণ্টচেভে লাহে লাহে নাটালিয়াৰ কাষে কাষে খোজ কাঢ়িছে। বনকাৰ্টে কেইখোজ-মান পাছে পাছে তেওঁলোকক অনুসৰণ কৰিছে।

'আজি তুমি কি কৰি আছিলা?' ডাঠ বাদামী ৰঙৰ গোঁফখিনি মোহাৰি মোহাৰি ভলিণ্টচেভে নাটালিয়াক সুধিলে।

ভলিণ্টচেভৰ লগত তেওঁৰ ভনীয়েকৰ সাদৃশ্য থাকিলেও তেওঁৰ মুখত এটা প্ৰাণহীন ভাবৰ অভিব্যক্তি পৰিলক্ষিত হয়। তেওঁৰ মৰম লগা ধুনীয়া চকুযুৰিত এটা বিষাদৰ ছাঁ।

'নাই, তেনে একো কৰা নাছিলো। পিগাচভৰ পেক্‌পেকনি অলপ শুনিলোঁ, অলপ চিলাই কাম কৰিলোঁ আৰু এখন কিতাপ পঢ়িলোঁ।' নাটালিয়াই উত্তৰ দিলে।

'কি কিতাপ পঢ়িলা?'

নাটালিয়াই সংকোচেৰে উত্তৰ দিলে 'পঢ়িলোঁ— ধৰ্ম্মযুদ্ধৰ ইতিহাস।'

ভলিণ্টচেভে তেওঁৰ মুখলৈ চাই কলে— 'কিতাপখন বেচ মনোগ্ৰাহী নহয় জানো?' তেওঁ গছৰ সৰু ডাল এটা ছিঙিলৈ মুখৰ ওপৰত এনেয়ে অলপ ঘূৰালে। তাৰ পাছত খোজৰ পাছত খোজ দি আৰু কিছুদূৰ আগবাঢ়িল।

'তোমাৰ মাৰাই কোৱা ব্যাৰণজননো কোন?' ভলিণ্টচেভে সুধিলে।

'মহামান্য সম্ৰাটৰ বিশ্বাসী আৰু সম্ভ্ৰান্ত ব্যাৰণ। এই অঞ্চলটোত

তেওঁ নতুন।  মাই তেওঁৰ খুব প্ৰশংসা কৰে।'

'তোমাৰ মা অতি সহজে আকৃষ্ট হয়।'

'ইয়াৰ পৰাই বুজা যায় মাৰ অন্তৰখন কোমল হৈয়েই আছে। নাটালিয়াই মন্তব্য কৰিলে।

'অ' মই খুব সোনকালেই তোমাৰ ঘোঁৰাজনী ফিৰাই দিম। তাইৰ প্ৰশিক্ষণ প্ৰায় শেষ হ'লেই। মই তাইক কদমত দৌৰিবলৈ শিকাব ধৰিছোঁ। খুব সোনকালে মই তাইক উপযুক্ত কৰি তুলিমেই।'

'দয়াপৰবশ হৈ আপুনি ঘোঁৰাজনী উপযুক্ত কৰি তুলিছে, কিন্তু অইনে কয় এইটো বৰ টান কাম। সেয়ে মোৰ অলপ বেয়া লাগে।'

'নাটালিয়া আলেকসিভ্‌না তুমিতো জানা— তোমাক সামান্য আনন্দ দিবৰ কাৰণে মই সকলো সময়তে সাজু। আৰু সেয়ে এইটো এটা সামান্য কাম।' ভলিণ্টচেভে কঁপা কঁপা মাতেৰে দোষীৰ দৰে বৈ গ'ল। নাটালিয়াই কৃতজ্ঞৰ চাৱনিৰে চাই ক'লে, 'কৃতাৰ্থ মানিছোঁ।'

বহু সময় নীৰৱতাৰ পাছত ভলিণ্টচেভে কলে, 'ই একো কাম নহয়। — কিন্তু— এইবোৰ কথা মই তোমাক কেলেই কৈছোঁ— তুমিতো সকলো জানা।'

এনে সময়ত ঘৰত ঘণ্টা বাজি উঠিল। বুঢ়ী বনকাৰ্টে চিঞৰি উঠিল— 'ডিনাৰৰ ঘণ্টা পৰিল।' ভলিণ্টচেভ আৰু নাটালিয়াৰ পাছে পাছে বাৰাণ্ডাৰ খট্‌খটিৰে উঠি যাওঁতে সেই ফৰাচী বুঢ়ীজনীয়ে তেওঁৰ ভাষাত বিৰবৰাই কৈ গ'ল। তাৰ মানে হ'ল 'মৰমৰ ভলিণ্টচেভ তুমি প্ৰিয় কিন্তু নীৰস।'

ব্যাৰণ ডিনাৰলৈ নাহিল। আধা ঘণ্টা আকৌ সকলোৱে অপেক্ষা কৰি চালে। খোৱা টেবিলত আলোচনা জমি উঠিল। ভলিণ্টচেভে কাষতে বহি নাটালিয়াৰ মুখলৈ ৰ' লাগি চাই থকাত বাহিৰে একো কৰা নাই। অৱশেষে আগ্ৰহেৰে নাটালিয়াৰ গিলাচটোত পানী ভৰাই দিছে। পেণ্ডেলেভস্কিয়ে লিপিনাক আনন্দ দিয়াৰ ব্যৰ্থ চেষ্টাত উঠি পৰি লাগিছে। কতধৰণে মিঠা মিঠা কথাৰ বকলা মেলিছে। কিন্তু লিপিনাই মাথোঁ এটা হামিহে কাঢ়িলে।

বাচিস্তভে কটি বেলিবলৈ ধৰিলে। মনটো হ'লে তেওঁৰ বৰ উদাস। আনকি পিগাচভো নিমাত। যেতিয়া লাচুনস্কায়াই মন্তব্য কৰিলে যে 'পিগাচভক আজি নম্র যেন লগা নাই' তেতিয়া তেওঁ গহীনাই কলে— 'কাহানিয়েবা মোৰ নম্রতা আছিল? মোৰ সেইটো পথে নহয়-----.' তাৰ পাছত তীব্র ঘৃণাত তেওঁ কৈ উঠিল— 'অলপ ধৈৰ্য্য ধৰক। মইতো সামান্য ৰুচবাসী; বাৰু, মহামান্য সম্রাটৰ মিতিৰ অসামান্য ব্যাৰণ মহোদয়— '

'বাঃ হিংসা হৈছে, পিগাচভৰ আগতীয়াকৈ ইর্ষা জন্মিছে — ' লাচুনস্কায়াই চিঞঁৰি কলে। পিগাচভে একোকে নকৈ সামান্যভাবে ভ্রূ কোঁচালে। ঘড়ীত সাতটাৰ ঘণ্টা বাজিল। সকলোৱে পুনৰ বহা কোঠালৈ আহিল।

'বোধহয় তেওঁ আৰু নাহিব।' লাচুনস্কায়াই কলে। ঠিক এনে সময়তে বাহিৰত গাড়ী অহাৰ শব্দ শুনা গ'ল। সৰু টাৰাটাচ গাড়ী এখন আহি ঘৰৰ সমুখত ৰৈ গ'ল। তাৰে কেইমিনিটমান পাছতে এজন লিগিৰাই ৰূপৰ থাল এখনৰ ওপৰত এখন চিঠি লৈ বহা কোঠাত সোমাল আৰু লাচুনস্কায়াৰ আগত সেইখন দাঙি ধৰিলে। লাচুনস্কায়াই চিঠিখন পঢ়ি লিগিৰাজনক সুধিলে— 'চিঠিলৈ অহা ভদ্রলোকজন ক'ত আছে?'

'তেখেত গাড়ীতে আছে মেডাম! মই তেখেতক ভিতৰলৈ আহিবলৈ কব পাৰোনে?' লিগিৰাজনে সন্মতি বিচাৰিলে।

'কোৱাগৈ।'

লিগিৰাটো গুলাই গ'ল।

'কি দুখৰ কথা।' লাচুনস্কায়াই কবলৈ ধৰিলে। 'পিটার্চবার্গলৈ ততাতৈয়াকৈ যোৱাৰ বাবে ব্যাৰণে হঠাতে নিৰ্দ্দেশ পাইছে। তেওঁ নাহি তেওঁৰ প্রবন্ধটো ৰুদিন নামৰ তেওঁৰ এজন বন্ধুৰ হাতত দি পঠাইছে। ব্যাৰণে এওঁৰ লগত মোক পৰিচয় কৰি দিয়াৰ কথাও আছিল। ব্যাৰণে এওঁৰ কথা বৰকৈ প্রশংসা কৰি কৈছে। কিন্তু কি বিৰক্তি-কৰ কথা! মই আশা কৰিছিলোঁ। ব্যাৰণ আহি ইয়াত কিছুসময় কটাব - - - - - '

এনেতে লিগিৰাজন সোমাই আহিল আৰু ডিমিত্রি নিকোলায়েভিচ ৰুদিনৰ প্রবেশ ঘোষণা কৰিলে।

# তৃতীয় অধ্যায়ঃ

বহাকোঠালৈ এজন মানুহ সোমাই আহিল। বয়স অনুমান পয়ত্রিশ বছৰমান। ওখ-পাখ। অলপ তললৈ হেলনীয়া মূৰটো কেকোঁৰা চুলিৰে ভৰা। গাৰ ৰং মিঠা বৰণৰ। মুখখন নিপোটল নহয় যদিও ভাব-ব্যঞ্জক আৰু বুদ্ধিদ্দীপ্ত। ঘননীলা চকু দুটা সিক্ত, উজ্জ্বল। বহল পাঁছি দুটাৰে দীঘল নাকটো আৰু আটক ধুনীয়া ওঁঠ দুটা। সাজ-পাৰ বৰ নতুন নহয়; সামান্য সোলোক-ঢোলোক, যেন বহুদিনৰ পৰা ব্যৱহাৰ কৰি থকা।

মেডাম লাচুনস্কায়াৰ ওচৰলৈ গৈ সামান্যভাবে মূৰ দোঁৱাই তৎপৰতাৰে অভিবাদন জনাই মানুহজনে কলে যে বহুদিনৰে পৰা তেওঁৰ লগত পৰিচয় হবলৈ বুলি তেওঁ ইচ্ছা কৰি আছিল। আৰু তেওঁৰ বন্ধু ব্যাৰণ মহোদয়ে নিজে আহি বিদায় লৈ যাব নোৱাৰি হেনো বৰ দুখ পাইছে।

ক্ষদিনৰ ক্ষীণ মাতটো তেওঁৰ ওখ দেহ আৰু বহল বুকুৰ লগত যেন খাপ খোৱা নাছিল।

লাচুনস্কায়াই সবিনয়ে কলে—'আপুনি অনুগ্ৰহ কৰি বহক। আপোনাৰ লগত পৰিচয় হবলৈ পাই মই বৰ সুখী হৈছো।।'

তাৰ পাছত উপস্থিত সকলৰ লগত পৰিচয় কৰাই দি তেওঁ সেই অঞ্চলৰ থলুৱালোকনে প্ৰবাসী সুধিলে।

ৰুদিনে বহি আঁঠুৰ ওপৰত টুপিটো ৰাখি উত্তৰ দিলে। 'মোৰ ঘৰটি আয়া প্ৰদেশত। অলপ কেইদিনমান হ'ল, কিবা-কিবি সকামত ইয়ালৈ আহিছো। বৰ্ত্তমানে আপোনালোকৰ এই চহৰতে আছোঁ।'

'ইয়াত কাৰ ঘৰত আছে?'

'এইয়া ডাক্তৰৰ ঘৰত। তেওঁ মোৰ বিশ্ববিদ্যালয়ৰ সহপাঠী, পুৰণা বন্ধু।'

'অ' ডাক্তৰ। তেওঁৰ ইয়াত ভাল নাম আছে। মানুহে তেওঁক অভিজ্ঞ ডাক্তৰ বুলি ৰখানে। বাৰু, ব্যাৰণৰ লগত আপোনাৰ বহু-দিনৰ চিনাকী নেকি?'

'যোৱাবছৰ শীতকালত মস্কোত তেওঁৰ লগত পৰিচয় হৈছিলোঁ। আৰু এতিয়া প্ৰায় এসপ্তাহ একেলগেই আছোঁ।'

'ব্যাৰণ বৰ চালাক-চতুৰ মানুহ, নহয় জানো?

'হয় মেডাম! বেচ চতুৰ।'

লাচুনস্কায়াই সুগন্ধি ওডিকলোন সনা ৰুমালখন নাকৰ আগলৈ নি অলপ সুঙি পুনৰ সুধিলে— 'আপুনি কিবা চাকৰি কৰেনে?'

'কোনে— মই?'

'হয়।'

'নাই, বৰ্ত্তমানে অৱসৰ লৈছোঁ।'

অলপ সময় সকলো নিমাত। তাৰ পাছত কথা-বতৰা আৰম্ভ হ'ল।

'এটা কথা মই আপোনাক সুধিব পাৰোনে?' পিগাচভে ৰুদিনলৈ চাই সুধিলে। 'ব্যাৰণ মহোদয়ে লিখি পঠোৱা প্ৰবন্ধটোৰ ভিতৰত কেনে ধৰণৰ কথা আছে, আপুনি কিবা জানেনে?'

'হয়, মই জানো। বাণিজ্য সম্পৰ্কীয়, বা কব পাৰি আমাৰ দেশৰ শিল্প, উদ্যোগ আৰু বাণিজ্য— এয়াই প্ৰবন্ধৰ বিষয় বস্তু। আপুনি বৰ্ণনা কৰা মতে এয়ে নহয়নে মেডাম!'

'হয়, সেয়ে।' কপালত হাত দি লাচুনস্কায়াই কলে।

'অৱশ্যে মই এনেবোৰ কথা বিচাৰ কৰাৰ যোগ্য নহওঁ।' পিগাচভে কৈ গ'ল। 'তথাপি মই কওঁ, প্ৰবন্ধটোৰ শিৰোনামাটোৱেই মোৰ বোধেৰে অত্যাধিক - - - - - সূক্ষ্মভাবে ক'বলৈ হলে অত্যাধিক, অস্পষ্ট আৰু গোলমলীয়া।'

'কেলেই আপোনাৰ তেনে ভাব হ'ল?' লাচুনস্কায়াই সুধিলে। পিগাচভে এটা বিদ্ৰুপৰ হাঁহি মাৰিলে আৰু লাচুনস্কায়াৰ ফালে কেৰাহিকৈ চালে। তাৰ পাছত তেওঁৰ শিয়াল-চতুৰ মুখখন ৰুদিনৰ ফালে ঘূৰাই সুধিলে— 'আপুনি এইটো স্পষ্ট অৰ্থ প্ৰকাশক বুলি ভাবে নেকি?'

'হয়, মই স্পষ্ট বুলিয়ে ভাবোঁ।'

'ও, আপুনি অৱশ্যে কিছু বেছি জানিব পাৰে।'

'আপোনাৰ মূৰ বিষাইছে হবলা?' লিপিনাই লাচুনস্কায়াক সুধিলে।

'নাই, একো হোৱা নাই।'

নাকেৰে মাতটো উলিয়াই পিগাচভে আকৌ সুধিলে— 'বাৰু, মই জানিব পাৰোনে— আপোনাৰ বন্ধু ব্যাৰণ ডাৰেৰীয়াৰ নাম মুফেল নহয় জানো?'

'ঠিকেই'

'ব্যাৰণ ডাৰেৰীয়াৰ এই অৰ্থনীতিৰ গৱেষণা তেওঁৰ ব্যৱসায় নে সামাজিক বা চৰকাৰী কামৰ অৱসৰত কৰা সাময়িক বিনোদনৰ বিষয়?'

ৰুদিনে তীক্ষ্ণ দৃষ্টিৰে পিগাচভলৈ চালে আৰু অলপ ৰঙা পৰি উত্তৰ দিলে। 'ব্যাৰণে ইয়াক সাময়িকভাবে অৱসৰ বিনোদনৰ বিষয় হিচাবেই লৈছে, কিন্তু তেওঁৰ এই প্ৰবন্ধত জানিবলগীয়া আৰু শিকিব-লগীয়া বহু কথাই আছে।'

'প্ৰবন্ধটো মই পঢ়া নাই, প্ৰতিবাদ কৰিব নোখোজোঁ— কিন্তু মই ডাঠি কব পাৰোঁ যে তাত বাস্তৱতাতকৈ সম্ভবতঃ কিছুমান অতি সাধাৰণ কথা উপস্থাপনতহে বেছি গুৰুত্ব দিয়া হৈছে।'

'ইয়াত বাস্তৱ সত্য আৰু বাস্তৱতাৰ ওপৰত প্ৰতিষ্ঠিত সূত্ৰ দুয়োটাই আছে।'

'সেইটো ঠিক। মোৰ মতে— মত প্ৰকাশৰ অধিকাৰ মোৰ আছে। কাৰণ ডোৰাপাৰ্ট বিশ্ববিদ্যালয়ত মই তিনি বছৰ কটাই আহিছোঁ। এই সকলো তথাকথিত- উপস্থাপনৰ সাধাৰণ সূত্ৰ, অনুমান, প্ৰণালী আৰু যে কত কি? ক্ষমা কৰিব। মই নগৰীয়া মহয়— গাৱঁলীয়া মানুহ। কথা লুকাব নোৱাৰোঁ। এইবোৰ হৈছে সাৰমৰ্ম- হীন কথা। এনেকুৱা সাধাৰণ দৰ্শনৰ কথা মূৰ্খৰ কাৰণেহে। অনাৱশ্যকীয়বোৰ এৰি পেলাই আমাক লাগে সহজ সৰল সত্য কথাটো।'

ৰুদিনে প্ৰত্যুত্তৰত কলে— 'সঁচাকৈয়ে, সত্য কথাৰ মৰ্মাৰ্থ এনেধৰণেই দিব লাগিব।'

'সাধৰণ সূত্ৰ, প্ৰতিপাদ্য, অন্বেষণ আৰু নিগমন— এইবিলাকত মোৰ মৰি যাবলগীয়া অৱস্থা হয়। এই সকলোবোৰ তথাকথিত বিশ্বাসৰ ওপৰতে প্ৰতিষ্ঠিত। এই বিশ্বাসৰ কথাই সকলোৱে কয়— তাৰ ওপৰতে গুৰুত্ব আৰোপ কৰে আৰু তাকে লৈ নানাধৰণে হৈ· চৈ কৰে।' এইবুলি কৈ পিগাচভে হাতৰ মুঠিটো শূন্যলৈ তুলিলে। তাকে দেখি পেণ্ডেলেভস্কিয়ে হাঁহি দিলে।

ৰুদিনে শান্তভাবে কলে— 'ভাল, তেনেহলে আপুনি কয় যে এইবিলাকত বিশ্বাস বুলি কোনো কথাই নাই!'

'নাই, কোনো অস্তিত্ব নাই।'

'এয়ে আপোনাৰ বিশ্বাস?'

'হয়।'

'তেনেহলে আপুনি কেনেকৈ কৈছে যে বিশ্বাস বুলি কোনো কথাই নাই। ইয়াতেই আপোনাৰ প্ৰত্যয় বা বিশ্বাসৰ প্ৰথম প্ৰমাণ পোৱা গ'ল।'

উপস্থিত সকলোৱে ইজনে সিজনৰ মুখলৈ চাই মিচিক-মাচাককৈ হাঁহিবলৈ ধৰিলে।

'যাক, এইয়া চাওঁক—' পিগাচভে কিবা কব খোজোতেই লাচুনস্কায়াই হাত চাপৰি দি কৈ উঠিল—'বাঃ বাঃ পিগাচভ পৰাস্ত হ'ল।' আৰু ৰুদিনৰ হাতৰ পৰা টুপীটো লাহেকৈ তেওঁৰ হাতলৈ নিলে।

পিগাচভে খংমুৱা হৈ কলে—'ইমান সোনকালে উচ্ছাসিত নহব-চোঁন। শ্ৰেষ্ঠত্বৰ বা-বতাহৰ ৰসিকতা কৰিব পৰাই যথেষ্ট নহয়। প্ৰমাণ কৰিবলগীয়া বহুতো আছে। যুক্তি খণ্ডন কৰাৰ থল আছে-----যুক্তি তৰ্কৰ ফালৰ পৰা আমি বহু ফালৰি কাটি আহিলোঁ।

ৰুদিনে শান্তভাবে মন্তব্য কৰিলে। 'কথাটো একেবাৰে সহজ-সৰল। আপুনি ব্যৱহাৰিক সাধাৰণ সূত্ৰ আৰু মানুহৰ প্ৰত্যয় একোতে বিশ্বাস নকৰে -

'নাই, মই একোতে বিশ্বাস নকৰোঁ।'

'ভাল কথা, তেন্তে আপুনি সংশয়বাদী।'

'এনেধৰণৰ পাণ্ডিত্যপূৰ্ণ শব্দ ব্যৱহাৰ কৰাৰ কোনো হেতু মই দেখা নাপাওঁ। দ্বিতীয়বাৰৰ কাৰণে ভাবি চালে—'

'বাধা নিদিব'— লাচুনস্কায়াই চিঞঁৰি কলে। পেণ্ডেলেভস্কি নিজকে নিজে কলে— 'ধৰক এইটো এটা ভাল কুকুৰ'— আৰু নিজে যেন খুব আনন্দ পালে।

ৰুদিনে কবলৈ ধৰিলে—'এই এটা শব্দই মোৰ সকলো কথা বুজাই দিব। আপুনি যিহেতু কথাটো বুজিব পাৰিছে তেনেস্থলত মই কথাটো কোৱা উচিত নহবনে? আপোনাৰ একোতে যদি বিশ্বাস নাই তেনেহলে সত্য বা বাস্তৱ ঘটনাক আপুনি কেনেকৈ বিশ্বাস কৰে?

'কেলেই, ইও এটা প্ৰশ্ন হ'লনে? বাস্তৱ বা সত্যকথা আমি সকলোৱে বিশ্বাস কৰোঁ। বাস্তৱ-সত্য কি তাকতো সকলোৱে জানে। এইবোৰ মই মোৰ অভিজ্ঞতা আৰু অনুভূতিৰে বিচাৰ কৰি চাওঁ।'

'আপোনাৰ অনুভূতিয়ে জানো প্ৰতাৰণা কৰিব নোৱাৰে? আপোনাৰ অনুভূতিয়ে কবনে যে সূৰ্য্য পৃথিবীৰ চাৰিওফালে ঘূৰে?

আপুনি সম্ভৱতঃ কোপাৰ্নিকাচৰ লগতো একমত নহয়। কাৰণ, তেওঁক আপুনি বিশ্বাস নকৰে।'

সকলোৰে মুখত পুনৰ হাঁহি বিৰিঙি উঠিল। সকলোৱে মনে মনে ৰুদিনক প্ৰশংসা কৰিলে আৰু ভাবিলে— 'বেচ আত্মজ্ঞানী মানুহ।

'আপুনি দেখিছোঁ ধেমালি কৰিছে।' পিগাচভে কলে। 'আৰু ই মৌলিকো। কিন্তু ই আমাৰ আলোচনাৰ বহু বাহিৰত।'

'মই যিখিনি কৈছোঁ তাত কোনো নতুনত্ব নাই। এইবোৰ আটায়ে জনা কথা আৰু আমাৰ আগতে এই কথাৰ হাজাৰ হাজাৰবাৰ পুনৰাবৃত্তি হৈ গৈছে। কিন্তু আমাৰ আচল কথা সেইটো নহয়।'

'তেনেহলে আচল কথাটোনো কি?' পিগাচভৰ কথাত খঙৰ ভাৱ। প্ৰথমে তেওঁ পৰিহাসৰ সুৰেৰে তৰ্ক আৰম্ভ কৰে, তাৰ পাছত হৈ উঠে উত্তপ্ত আৰু শেষত ক্ষুব্ধ অৱস্থালৈ গৈ নিমাত হৈ পৰে।

ৰুদিনে তেতিয়া কলে— 'মই নকৈ নোৱাৰোঁ, যেতিয়া দেখোঁ যে বুদ্ধিমান সকলে বিতৰ্কত আক্ৰমন কৰে তেতিয়া মই সঁচাকৈয়ে বৰ দুখ পাওঁ।'

'প্ৰণালী ?' পিগাচভে বিস্ময়ৰ সুৰত কলে।

'এৰা— প্ৰণালী, এই শব্দটোত আপোনাৰ ভয় কৰিবলগীয়া কি আছে। প্ৰত্যেক প্ৰণালীয়ে কিছুমান মৌলিক নিয়ম-নীতিৰ অভিজ্ঞতা আৰু বুনীয়াদী জীৱনৰ মূল তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত - - - - - -'

'কিন্তু সেইবোৰ উপলব্ধিও কৰা নাযায় অথবা আবিস্কাৰ কৰাও টান।'

'ক্ষমা কৰিব। অৱশ্যে সেইবোৰ সকলো মানুহৰে আয়ত্তাধীনলৈ নাহে আৰু মানুহ মাত্ৰেই ভুল কৰে। কিন্তু আপুনি নিসন্দেহে মোৰ লগত একমত হব যে নিউটনে এই মূল সূত্ৰবোৰৰ বহুখিনি অন্ততঃ আবিস্কাৰ কৰিছিল। তেওঁ আছিল প্ৰকৃত প্ৰতিভাবান। প্ৰতিভাবান সকলৰ আবিস্কাৰসমূহ সকলো মানুহৰে আয়ত্তাধীন হোৱাত তাৰ মূল্য বহুগুণে বাঢ়ি যায়। জড়বস্তুৰ মূল তথ্যানুসন্ধানৰ চেষ্টা মানব মনৰ বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য আৰু আমাৰ সকলো শিক্ষা— '

পিগাচভে কথাৰ মাজতে বাধা দি লেনিয়াই কলে— 'অ' আপুনি গ'ল অন্তকালে। কিন্তু মই হৈছো বাস্তৱবাদী। এইবোৰ দৰ্শন শাস্ত্ৰৰ সুক্ষ্ম বিচাৰলৈ মই যাব নোখোজো।'

'ভাল কথা; আপোনাৰ ইচ্ছা অনুসৰি আপুনি বুজক। কিন্তু এইটো মনত ৰাখিব যে বাস্তৱবাদী হোৱাৰ আপোনাৰ যি মনোগত ইচ্ছা— সেইটোও এটা প্ৰণালী, এটা সূত্ৰ।'

পিগাচভে কৈ উঠিল— 'আপুনি শিক্ষাৰ কথা কৈছে। ভাল কথা — শিক্ষা! আপোনালোকৰ তথাকথিত সেই গৰিমাময় শিক্ষাৰে বহু ভাল ভাল কামো হয়। কিন্তু এনে শিক্ষাৰ মই অলপো মূল্য নিদিওঁ।'

মেডাম লাচুনস্কায়াই মন্তব্য দিলে— 'তৰ্ক-আলোচনাৰ ৰীতি এনে নহয়, আফ্ৰিকান চেমিওনভিচ।' নব-পৰিচিতৰ স্থিৰতা, শিক্ষা-দীক্ষা আৰু জ্ঞানৰ দীপ্তি দেখি তেওঁ মনে মনে খুব আনন্দ পালে। গভীৰ আৰু স্নেহপূৰ্ণ অনুৰাগেৰে ৰুদিনলৈ চাই মনে মনে তেওঁ ভাবিলে, 'এই মানুহজনৰ লগত মই নম্ৰ আৰু ভদ্ৰ ব্যৱহাৰে কৰিম।' শেষৰ কথাখিনি তেওঁ ৰুচ ভাষাত মনৰ ভিতৰতে পাগুলিয়ালে।

বহুসময় নীৰৱতাৰ পাছত ৰুদিনে কবলৈ ধৰিলে—'শিক্ষা পদ্ধতিক মই সমৰ্থন কৰিবলৈ খোজা নাই আৰু মোৰ সমৰ্থনৰ কোনো প্ৰয়োজন নাই। আপুনি বৰ্ত্তমান পদ্ধতিটো বেয়া পায় — প্ৰত্যেকৰে স্বকীয় অভিৰুচি আছে— ভালকথা। এইবোৰ আলোচনা কৰিবলৈ হ'লে আমি বহুদূৰলৈ যাব লাগিব। যিয়ে নহওক, যদি অনুমতি দিয়ে তেনেহলে সেই প্ৰাচীন প্ৰবাদটো মনত কৰাই দিওঁ – 'জুপিটাৰ, তুমি খং কৰিছা— সেয়েহে তুমি দোষী—'. মই কওঁ যে প্ৰণালী, সাধাৰণ প্ৰতিজ্ঞা, এইবিলাকৰ ওপৰত আক্ৰমন কৰাটো সঁচাকৈয়ে দুঃখজনক। এইবিলাক অস্বীকাৰ কৰা মানে বিজ্ঞান আৰু বিশ্বাসক অস্বিকাৰ কৰা। তাৰ দ্বাৰা আত্মবিশ্বাস আৰু আত্ম-ক্ষমতাৰ ওপৰত আঘাট কৰা হয়। আস্থা আৰু বিশ্বাস মানুহৰ প্ৰয়োজন। কেৱল অনুভূতিৰে মানুহ জীয়াই থকা সম্ভৱ নহয়। চিন্তাধাৰাক অগ্ৰাহ্য আৰু অবিশ্বাস কৰা ভুল। সংশয়বাদৰ ধৰ্মই হৈছে নিস্ফলতা আৰু অসাৰতা।'

'এইবিলাক মাথোঁ মুখৰ কথাহে।' পিগাচভে মুখৰ ভিতৰতে ভোৰভোৰালে।

'হয়তো সেয়ে, কিন্তু মোক কবলৈ দিয়ক। আমি যেতিয়া কওঁ 'এইয়া মাথোঁ মুখৰ কথা' তেতিয়া আমি মুখৰ কথাতকৈ কিছুমান বেছি প্ৰাসঙ্গিক কথা কোৱাৰ আৱশ্যকতাক এৰাই যোৱাৰ চেষ্টা কৰোঁ।'

চকুদুটা সৰুকৈ পিগাচভে সুধিলে - 'সেইটো কি?'

'মই যি কব খুজিছোঁ তাক আপুনি বুজিছেই।' ৰুদিনে কঠিন সুৰত উত্তৰ দিলে। কিন্তু লগে লগে নিজৰ ধৈৰ্য্যহীনতা দমন কৰি কলে 'মই আকৌ কৈছোঁ— যদি নিজৰ মতবাদত মানুহৰ দৃঢ় আস্থা নাথাকে, থিয় হবলৈ ভেটি যদি নাথাকে তেনেহলে জাতিৰ প্ৰয়োজন, বৈশিষ্ট্য আৰু ভবিষ্যত সম্পৰ্কে তেওঁ কেনেকৈ উপলব্ধি কৰিব? নিজৰ কৰিবলগীয়া কি তাকেই বা তেওঁ কেনেকৈ নিৰ্দ্ধাৰণ কৰিব? যদিহে—'

পিগাচভে কথাৰ মাজতে হঠাৎ কৈ উঠিল 'আহ্, হৈছে, মই আপোনাক ৰেহাই দিলোঁ।' তাৰ পাছত মূৰ দোৱালে আৰু কালৈকো নোচোৱাকৈয়ে উঠি গ'ল।

ৰুদিনে একো নকৈ অলপ হাঁহি তেওঁ যোৱাফালে চালে।

'অ' তেওঁ নেজ কোচালেই।' লাচুনস্কায়াই কৈ উঠিল। তাৰপাছত ৰুদিনলৈ চাই কলে— মনত একো বেয়া নাপাবা ডিমিত্ৰি,— ক্ষমা কৰিব।' বন্ধুত্বপূৰ্ণ হাঁহি এটিৰে সুধিলে, 'আপোনাৰ উপাধিটো কি?'

'নিকোলায়েভিচ।'

'মনত যেন একো বেয়া নাপায় ডিমিত্ৰি নিকোলায়েভিচ! আমি কোনোৱে পিগাচভৰ কথাত প্ৰভাবান্বিত নহয়। তেওঁ তৰ্ক কৰিব নোখোজে, এনে এটা ভাৱ দেখুৱাই গুচি গ'ল। কিন্তু আচলতে আপোনাৰ লগত তৰ্ক কৰি তেওঁ পাৰ নাপালে। আহক, ওচৰলৈ আহি বহক। এতিয়া আমি আনন্দ মনেৰে অলপ কথা পাতোঁ।' ৰুদিনে তেওঁৰ চকীখন অলপ টানি লৈ বহিল। লাচুনস্কায়াই কলে, 'ইমান দিনে আমাৰ পৰিচয় বেসেই হোৱা নাই মই তাকে ভাবিয়ে আচৰিত হৈছোঁ। আপুনি জানো এই কিতাপখন পঢ়িছে?' সৰু

ৰুবাচী কিতাপখন ৰুদিনৰ হাতত দিলে।

ৰুদিনে কিতাপৰ পাত কেইটামান লুটিয়াই পুনৰ মেজৰ ওপৰত থৈ কলে যে মচিঞে (মহাশয়) টকুভাইলৰ সেই কিতাপখন তেওঁ পঢ়া নাই যদিও ইতিমধ্যে তাৰ বিষয়বস্তু সম্পৰ্কে শুনিবলৈ পাইছে আৰু চিন্তাও কৰিছে। তাৰ পাছত কথা বতৰা আৰম্ভ হ'ল। প্ৰথমতে ৰুদিনে কথাবোৰ যেন সঙ্কোচেৰে কলে। তেওঁৰ যেন কথা পতাৰ ইচ্ছাই নাই। কি কথা কব তাকো যেন মনৰ মাজত বিচাৰি পোৱা নাই। কিন্তু লাহে লাহে তেওঁ অলসতা আঁতৰাই সুস্থিৰ আৰু তৎপৰ হৈ উঠিল, আৰু একেৰাহে কথা কৈ যাবলৈ ধৰিলে। কেইমিনিটমানৰ ভিতৰতে কোঠাটোত কেৱল তেওঁৰ মাতেই শুনা গ'ল। সকলোৱে ঘূৰণীয়াকৈ বহি তেওঁক আগুৰি ধৰিলে। কেৱল পিগাচভ চিম্‌নিৰ ওচৰত এটি কোণত লুকাই থকাৰ দৰে বহি থাকিল।

ৰুদিনে চতুৰ আৰু বুদ্ধিদীপ্ততাৰে অন্তৰঙ্গভাবে কথা কৈ যাবলৈ ধৰিলে। বিশদ পঢ়া-শুনা আৰু গভীৰ জ্ঞানৰ পৰিচয় তেওঁৰ কথাৰ মাজেদি ফুটি ওলাল। তেওঁক দেখি কোনেও ভাবিব পৰা নাছিল যে তেওঁ এনে এজন অসাধাৰণ ব্যক্তি। তেওঁৰ নাম আগেয়ে কোনেও শুনাই নাছিল। এনেকুৱা মানুহৰ উপস্থিতি সঁচাকৈয়ে বিস্ময়কৰ আৰু অভূতপূৰ্ব্ব বুলি আটায়ে ভাবিলে। বিশেষকৈ লাচুনস্কায়া বেছি বিস্মিত আৰু মুগ্ধ হৈ পৰিল। এনে এজন মানুহক লগ পাই তেওঁ কৃতাৰ্থ মানিলে আৰু অভিজাত সমাজত তেওঁক কেনেকৈ পৰিচয় কৰাই দিয়ে তাকে চিন্তা কৰিবলৈ ধৰিলে। বয়স হলেও মন তেওঁৰ তেনেই শিশুৰ দৰে। সঁচা কবলৈ হলে লিপিনাই ৰুদিনৰ কথাবোৰৰ খুব কমেইহে বুজি পালে। তথাপি তেওঁ বিস্মিত আৰু আনন্দিত হ'ল। তেওঁৰ ককায়েকো ৰুদিনৰ কথাৰ প্ৰসংশাত গদ্ গদ্ হৈ উঠিল। পেণ্ডেলেভস্কিয়ে ইৰ্ষাৰ ভাৱ এটাৰে লাচুনস্কায়ালৈ চাই থাকিল। আৰু পিগাচভে ভাবিলে— 'পাচশ ৰুবলেৰে ইয়াতকৈয়ো ভাল বুলবুল চৰাই এটা মই আনিব পাৰোঁ।'

সকলোতকৈ বেছি অভিভূত হ'ল বাচিস্তভ আৰু নাটালিয়া

বাচিস্তভে লাহে লাহে উশাহ টানি, মুখ মেলি, গললচ- পিন্ধা চকু-যুটিৰে অপলকভাবে চাই চাই রুদিনৰ কথাবোৰ শুনি থাকিল। এনে-কথা যেন ইয়াৰ আগতে তেওঁ শুনাই নাই। নাটালিয়াৰ মুখ ৰঙা হৈ গ'ল। চকুৰ চাৱনি অপলক, সেই চাৱনি উজ্জ্বল হলেও নিস্প্ৰভ।

ভলিণ্টচেভে নাটালিয়াৰ কাণে কাণে কলে— 'কি সুন্দৰ সেই চকু যুটা।'

'এৰা, বৰ ধুনীয়া নহয়নে ?'

'হাতযুখনহে বৰ ডাঙৰ আৰু ৰঙা।' নাটালিয়াই একো নকলে।

এনেতে চাহ আহিল। কথা-বতৰা সাধাৰণ স্তৰলৈ গ'ল। রুদিনে যেতিয়া কথা কয় তেতিয়া সকলোৱে নীৰৱ হৈ যায়। ইয়াৰ পৰাই বুজা যায় রুদিনে তেওঁলোকৰ ওপৰত কিমানখিনি প্ৰভাৱ বিস্তাৰ কৰিছে।

পিগাচভৰ অলপ খং তুলি দিবলৈ লাচুনস্কায়াৰ হঠাতে মন গ'ল। পিগাচভৰ ওচৰলৈ গৈ তেওঁ লাহেকৈ কলে—'বিদ্ৰুপৰ বাহিৰে কৰিব-লৈকে আৰু একো নাই নহয় ? এওঁক ভালকৈ ধৰি হাতৰ মুঠিলৈ অনাৰ চেষ্টা কৰক।' পিগাচভে একো নামাতিলে। লাচুনস্কায়াই রুদিনলৈ চাই কলে— 'এওঁৰ বিষয়ে এটা কথা আপুনি নেজানে নহয় ?' পিগাচভলৈ আঙুলিৰে দেখুৱাই কলে— 'এওঁ বৰ নাৰীবিদ্বেষী, তিৰোতাসকলৰ প্ৰতি নিন্দনীয় কথা কোৱাত এওঁৰ অলপো ক্লান্তি নাই। এওঁক অলপ বুজাই দিলে ভাল আছিল।'

রুদিনে পিগাচভলৈ অলপ হালি চালে। তেনেকৈ চোৱাতো স্বাভাৱিক যিহেতু রুদিন পিগাচভতকৈ ভালেমান ওখ। পিগাচভ যেন খঙতে কঁপিছে। তেওঁৰ খঙাল মুখখনৰ বৰণ সলনি হৈ গ'ল। কঁপা কঁপা মাতেৰে পিগাচভে কলে—'মেডাম লাচুনস্কায়াই ভুলকৈ কলে। তিৰোতাই নহয়, মানুহ জাতিটোকে মই দেখিব নোৱাৰোঁ।'

'তেওঁলোকৰ ওপৰত ইমান বেয়া ধাৰণা আপোনাৰ কেনেকৈ হ'ল ?' রুদিনে সুধিলে।

পিগাচভে তেওঁলৈ পোনাই চাই কলে— 'নিজৰ অন্তৰেৰে বিচাৰ

বিশ্লেষণ কৰি নিজে নতুন অসাৰতা মই ইয়াৰ ভিতৰতে উপলব্ধি কৰিছোঁ। মই নিজক লৈয়ে অন্যৰ ওপৰত বিচাৰ কৰোঁ। ই হব পাৰে অশোভন; মই হব পাৰো অসৎকৈ আৰু নিকৃষ্ট, কিন্তু নকৰি নোৱাৰোঁ। ই মোৰ স্বভাৱ।'

'বুজিব পাৰিছোঁ আৰু তাৰ কাৰণে আপোনাৰ প্ৰতি সহানুভূতি জনাইছোঁ।' ৰুদিনে কৈ গ'ল— 'আত্ম-অৱমাননাৰ উদ্বেগ কোন মহাত্মাৰ নাই? কিন্তু এই সমৰ্থন কৰিব নোৱাৰা কথা এটাত মনে মনে থকাটোও ভাল নহব।'

পিগাচভে উত্তৰ দিলে— মোৰ আত্মাৰ ওপৰত মহত্বৰ মৰ্য্যদা আৰোপ কৰাত মই আপোনাক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। সমৰ্থনযোগ্য নহলেও মোৰ এই অৱস্থাকে মই ভাল পাইছোঁ। এই অৱস্থাৰ পৰিবৰ্ত্তন মই নিবিচাৰোঁ।

'ক্ষমা কৰিব। অৰ্থাৎ সত্যৰ মাজত থকাতকৈ আত্মাভিমানৰ অভিলাষক আপুনি বেছি বাঞ্ছিত বুলি ভাবে?'

'ঠিক কথা।' পিগাচভে কলে। 'আত্মাভিমান বুলিলে কি বুজায় তাক আপুনি মই আটায়ে জানোঁ। কিন্তু সত্য বুলিলে কি বুজায়, সত্য কি আৰু ক'ত সেই সত্য?' কথাৰ মাজতে লাচুনস্কায়াই মাত দি কলে— 'আপুনি একে কথাৰেই পুনৰাবৃত্তি কৰিছে, মই আপোনাক সোঁৱৰাই দিলোঁ।' পিগাচভে কান্ধ ঠিয় কৰি কলে— 'যদি তেনে কৰি থাকোঁ তাতো কথা নাই। মই সুধিছো সত্য ক'ত? দাৰ্শনিকসকলে নিজেই নাজানে সত্য কি। কাণ্টে কয় 'এয়াই সত্য'। হেগেলে কয় 'সি তোমাৰ ভুল — সত্য এয়াহে'।'

ৰুদিনে সৰুকৈ সুধিলে 'সত্য সম্বন্ধে হেগেলে কি কৈছে আপুনি জানে জানো?'

পিগাচভে উত্তেজিত হৈ উত্তৰ দিলে — 'মই পুনৰ কৈছোঁ সত্য কি মই তাক বুজি নাপাওঁ। মোৰ মতে সত্য বুলি একো এটা নাই। ই মাথোন এটা সামান্য কথাৰ কথা। আচলতে একো নহয়।'

মেডাম লাচুনস্কায়াই ধিক্‌ ধিক্‌ বুলি পিগাচভলৈ চাই কলে —

'আপুনি এনে কথা কেনেকৈ কব পাৰিলে। মহাপাপী আপুনি। সত্য নাই? তেন্তে কি লৈ জীয়াই থাকিব?'

পিগাচভে বিৰক্তিৰ সুৰত কলে — 'প্ৰকৃততে মই ভাবোঁ যে আপোনাৰ পাকৈত বান্ধনি ষ্টিফেনক এৰি জীয়াই থকাতকৈ সত্য এৰি আপুনি সহজে জীয়াই থাকিব। সত্যক আপুনি একো কামত লগাব নোৱাৰে। সত্যৰদ্বাৰা চুলি-ঢকা বনেটো নহয়।'

'ঠাট্টা-বিদ্ৰুপ আৰু যুক্তি-তৰ্ক একে নহয়; বিশেষকৈ সেয়ে যদি ব্যক্তিগত গ্লানিত পৰিণত হয়।' লাচুনস্কায়াই তিৰস্কাৰৰ সুৰত কলে।

'মই আপোনাৰ দাৰ্শনিক সত্যৰ কথা নাজানোঁ। কিন্তু দেখিছোঁ ব্যৱহাৰিক সত্য কথা সকলো সময়তে ৰুচিকৰ নহয়।' পিগাচভে কথাখিনি কৈ কৈ খং ভাবেৰে কোঠাটোৰ পৰা ওলাই গ'ল।

ৰুদিনে আত্ম-গৌৰৱ সম্বন্ধে আলোচনা কৰিলে। বৰ ভাল কলে। তেওঁ কবলৈ ধৰিলে, আত্ম-গৌৰৱহীন মানুহ মানুহে নহয়। আত্ম-গৌৰৱ আৰ্কিমিডিচৰ 'লিভাৰ'ৰ নিচিনা — যিয়ে অক্ষৰেখাৰ পৰা পৃথিবীক ঘূৰাব পাৰে আৰু লগতে আত্ম গৌৰৱক অভিজ্ঞ ঘোঁৰাচালকৰ দৰে যিজনে সংযত কৰিব পাৰে, আৰু সৰ্ব্বসাধৰণৰ হিতাৰ্থে সকলো ত্যাগ কৰিব পাৰে তেওঁহে মানুহ নামৰ যোগ্য। মিছা আত্মাভি-মান আত্মহত্যাৰ নামান্তৰ। আত্মাভিমানীজন নিৰ্জনতাত বিলীন হৈ যায়। ই ফলহীন গছৰ দৰে। আনহাতেদি, আত্ম-গৌৰৱ পৰিপূৰ্ণতাৰ সক্ৰিয় প্ৰচেষ্টাৰ সকলো শ্ৰেষ্ঠত্বৰ উৎস। আত্মাভিমানৰ স্বাৰ্থপৰতা দমন কৰি মানুহক তাৰ আচল বিকাশৰ পথটো মুকলি কৰি দিব লাগিব।'

পিগাচভে বাচিস্তভলৈ চাই কলে – 'মোক এডাল পেন্সিল দিব পাৰেনে?' তেওঁ যে কেতিয়া পুনৰ ঘূৰি আহি কোঠাত সোমাইছে কোনোৱে কবই পৰা নাছিল।

বাচিস্তভে তেওঁৰ কথাটো প্ৰথমে বুজিব নোৱাৰি সুধি পেলালে – 'পেন্সিলেৰে কি কৰিব?'

'মচিঞ্চে' ৰুদিনৰ শেষৰ কথাটো লিখি লব খোজো। লিখি নিনিলে পাহৰি যাব পাৰোঁ। এই কথা স্বীকাৰ কৰিবই লাগিব যে প্ৰতিযোগিতাত জয়ী হবলৈ হ'লে এইবোৰ কথা অপৰিহাৰ্য্য।'

'চাওঁক এনেকুৱা কিছুমান বস্তু আছে যাক লৈ ঠাট্টা বিদ্ৰূপ কৰা লাজৰ কথা।' গভীৰ আবেগভৰা মাত্ৰেৰে বাচিস্তভে কলে আৰু পিগাচভৰ কাষৰ পৰা খিৰিকি যোৱাৰ নিচিনা আঁতৰি গ'ল।

ইতিমধ্যে ৰুদিন নাটালিয়াৰ ওচৰলৈ উঠি গৈছে। নাটালিয়াই সেমেনা যেমেনি কৰি থিয় দিলে। ওচৰতে ৰহি আছিল ভলিন্টচেভ—তেৱো থিয় হ'ল। ৰাজকুমাৰে ফুৰোঁতে খোজকঢ়াৰ নিচিনাকৈ গহীন ৰাজকীয় ভংগীৰে খোজ কাঢ়ি কাঢ়ি আগবাঢ়ি আহি সহজ সৰল আৰু স্বাভাৱিক সৌজন্যৰে ৰুদিনে কলে—'এইয়া, এইটো দেখোন পিয়ানো।' নাটালিয়ালৈ চাই কলে— 'তুমি বজোৱা, নহয় জানো?' নাটালিয়াই খেৰো-গেৰোকৈ উত্তৰ দিলে— 'হয়, বজাওঁ। কিন্তু খুব ভালকৈ বজাব নোৱাৰোঁ। মোৰ তুলনাত পেণ্ডেলেভস্কি মহাশয়ে ভালকৈ বজাব পাৰে।'

পেণ্ডেলেভস্কি আনন্দ মনেৰে হাঁহি হাঁহি সমুখলৈ আহি কলে— 'নাটালিয়া, এনে কথা তুমি নকবা। তুমি মোৰ নিচিনাকৈয়ে বজাব জানা।'

ৰুদিনে সুধিলে— 'স্কুবাৰ্টৰ আৰ্লকোনিগটো বজাবলৈ জানে নহয়?' লাচুনস্কায়াই উত্তৰ দিলে— 'হয় পাৰে। কনষ্টানটিন, পিয়ানোত বহা। ডিমিত্ৰি নিকোলায়েভিচ! আপুনি সঙ্গীত বৰ ভাল পায় হবলা?'

ৰুদিনে মূৰ দুপিয়াই সঙ্গীত ভালপোৱাৰ ভাব এটা প্ৰকাশ কৰিলে আৰু হাত এখন মূৰৰ চুলিৰ ওপৰত ৰাখি যেন সঙ্গীতটো শুনিবলৈ সাজু হ'ল এনে এটা ভঙ্গীত বৈ গ'ল। পেণ্ডেলেভস্কিয়ে বজাবলৈ ধৰিলে।

নাটালিয়া ৰুদিনৰ সমুখত পিয়ানোৰ ওচৰতে থিয় হৈ থাকিল। সুৰৰ প্ৰথম ঝঙ্কাৰতেই ৰুদিনৰ মুখমণ্ডলত এটা স্বৰ্গীয় সৌন্দৰ্য্যৰ দীপ্তি

ফুটি উঠিল। তেওঁৰ গাঢ়-নীলা চকু দুটা সুৰৰ তালে তালে ঘূৰি ঘূৰি আহি নাটালিয়াৰ মুখৰ ওপৰত স্থিৰ হৈ ৰৈ গ'ল।

পেণ্ডেলেভস্কিয়ে সুৰটো শেষ কৰিলে। কোনো মন্তব্য নকৰি ৰুদিনে খোজৰ পিছত খোজ দি খিৰিকীৰ ওচৰলৈ গৈ বাহিৰলৈ চাই চাই থিয় হ'ল। চকুত সুদূৰ-প্ৰসাৰী দৃষ্টি, অন্তৰত তেওঁৰ ভাৱৰ হিল্লোল। গন্ধমদিৰ সমীৰণ ভৰা ম্লান সন্ধিয়াৰ কোমল আৱৰণিয়ে গোটেই উদ্যান আবৰি ধৰিছে। নীৰৱ জিক্‌মিকনিৰে তৰা-ভৰা আকাশৰ তলত উদ্যানৰ গছ-লতিকাই যেন সপোনভৰা আৱেশত উশাহ টানিছে। গ্ৰীষ্মকালৰ মনোমোহা ৰাতি। ৰুদিনে মোহাবিষ্টৰ নিচিনা আন্ধাৰে ঢকা বাগিছালৈ চায়ে থাকিল। তাৰ পাছত চাৰিওফালে এবাৰ ঘূৰি চাই নিজে নিজে কৈ গ'ল— 'এই সঙ্গীত আৰু এই ৰাতিয়ে মোক বাৰে বাৰে মনত পেলাই দিছে জাৰ্মানিত থকা কালৰ মোৰ ছাত্ৰাৱস্থাৰ দিনবোৰলৈ, আমাৰ সভা-সম্মিলন, আমাৰ নৈশ সঙ্গীত অনুষ্ঠান— এই আটাইবোৰ কথা।'

লাচুনস্কায়াই সুধিলে — 'আপুনি তেন্তে জাৰ্মানিত আছিল?'

'হিডেলবাৰ্গত মই এবছৰ আৰু বাৰ্লিনতো প্ৰায় এবছৰ মই কটাই আহিছোঁ।'

'ছাত্ৰৰ নিচিনা সাজ-পাৰ কৰিছিলনে? শুনিছোঁ, তাৰ ছাত্ৰৰ সাজ-পাৰ অন্যধৰণৰ।'

'হিডেলবাৰ্গত মই কাঁটা লগোৱা ওখ বুটজোতা আৰু অশ্বাৰোহী সৈন্যৰ দৰে ৰচিৰ কাম কৰা জেকেট পিন্ধিছিলোঁ। কান্ধত পৰাকৈ চুলি ৰাখিছিলোঁ। বাৰ্লিনৰ ছাত্ৰসকলে সাধাৰণ মানুহৰ দৰেই সাজ-পাৰ কৰে।'

'আপোনাৰ ছাত্ৰজীৱনৰ কথা অলপ আমাক শুনাওঁক।' লিপিনাই অনুৰোধ কৰিলে। আৰু তেওঁ তেতিয়া কবলৈ আৰম্ভ কৰিলে। ৰুদিনৰ কথাবোৰ প্ৰথমে নিৰুৎসাহজনক আছিল। ৰং-ৰসৰ তাত অভাৱ। উত্তেজনাময় আনন্দৰ তাত চিনেই নাই। যেনেকৈয়ে নহওঁক— তেওঁ নিজ অভিজ্ঞতাৰে প্ৰবাসী কাহিনীবোৰ শেষ কৰি

শিক্ষা-দীক্ষা, জ্ঞান-বিজ্ঞান, বিশ্ববিদ্যালয় আৰু তাৰ জীৱনধাৰণ প্ৰণালীৰ বিচাৰ বিশ্লেষণৰ গভীৰ মন্তব্য দাঙি ধৰিলে। বিস্ময়কৰ একোটা মানসিক চিত্ৰ যেন তেওঁলোকৰ আগত চিত্ৰিত কৰি গ'ল। সকলোৱে একান্তমনে তেওঁৰ কথা শুনিব ধৰিলে। মনোমোহা সুনিপুন ভঙ্গীত তেওঁ কৈ গ'ল। মাজে মাজে একোটা অস্পষ্ট কথা, আৰু সেয়ে কথাৰ মাজত এটা বিশেষ মধুৰতা আনি দিলে।

ভাবোচ্ছাসত ৰুদিনে নিজক স্পষ্ট আৰু পৰিস্কাৰভাবে প্ৰকাশ কৰাত টান পালে। চিত্ৰৰ পাছত চিত্ৰই, উপমাৰ পাছত উপমাই তেওঁৰ বক্তব্য কোনো কোনো সময়ত আশাতীতভাবে দুৰ্দ্ধৰ্ষ বা কোনো কোনো সময়ত হৃদয়গ্ৰাহীভাবে নিখুঁত কৰি তুলিলে। তেওঁৰ এই বৰ্ণনা আৰু বিশ্লেষণ অভিজ্ঞ বক্তাৰ অভ্যস্ত প্ৰচেষ্টা নহয়। আন্তৰিক অনুপ্ৰেৰণা ইয়াৰ উৎস। কথা কওঁতে তেওঁ শব্দ বিচাৰি হাবাথুৰি খাব নালাগে। শব্দবোৰ যেন নিজে নিজে আহি তেওঁৰ মুখত জমাহৈ ওঠদুটাৰ মাজেৰে আপোনা-আপুনি ওলাই পৰে। প্ৰতিটো কথা যেন তেওঁৰ অন্তৰৰ পৰা অটল বিশ্বাসেৰে নিগৰি নিগৰি অহা স্বাভাৱিক ধাৰাহে। হৃদয়ৰ প্ৰতিটো তন্ত্ৰীতে প্ৰতিটো কথাই ঝঙ্কাৰ তোলে। কথাৰ সুৰ-সঙ্গতিত ৰুদিনৰ অসাধাৰণ নৈপুন্য। অন্তৰৰ এডাল তাঁৰত আঘাট কৰি অন্যান্যবোৰ এনেয়ে কঁপাই তুলি ঝঙ্কাৰিত কৰিব পৰা নৈপুন্যতা তেওঁৰ আছে। শ্ৰোতাসকলৰ বহুতে তেওঁৰ বহুতো কথা ঠিকমতে হৃদয়ঙ্গম কৰিব পৰা নাই যদিও তেওঁলোকৰ অন্তৰত ভাবৰ হিল্লোল উঠিল। ভাব হ'ল যেন চকুৰ আগৰ পৰা সংশয়ৰ যৱনিকা আঁতৰি গৈ নামহীন এটা উজ্জ্বল জ্যোতিয়ে জ্যোতিষ্মান কৰি তুলিলে গোটেই পৰিবেশ।

ৰুদিনৰ কথাৰ সকলো চিন্তা আৰু ধাৰণা হ'ল ভবিষ্যতক কেন্দ্ৰ কৰি আৰু সেয়ে ই হৈ পৰিল অভ্ৰান্ত, বেগবান আৰু সতেজ। খিৰিকীৰ সমুখত বহি অন্য কাৰো ফালে লক্ষ্য নকৰি তেওঁ কথা কৈ গ'ল। উপস্থিত সকলৰ সহানুভূতি আৰু মনোযোগ, তৰুণীসকলৰ উপস্থিতি আৰু ৰাতিৰ সুন্দৰতাই তেওঁক অনুপ্ৰেৰণা যোগালে।

ভাবোচ্ছ্বাসে তেওঁৰ কথাক ছন্দময়ী কবিতাৰ পৰ্য্যায়লৈ তুলি দিলে। কোমল আবেগভৰা তেওঁৰ কথাবোৰত এটা মোহনীয় আকৰ্ষণ, যেনিবা এটা অপৰিচিত অতীন্দ্ৰিয় শক্তি আহি তেওঁৰ জিভাত ঠাই লৈছেহি। মানুহৰ ক্ষণস্থায়ী জীৱনক কেনেকৈ চিৰন্তন মূল্যৰ গৰাকী কৰিব পাৰি, এয়ে তেওঁৰ কথাৰ বিষয়-বস্তু।

বক্তৃতাৰ সামৰণিত তেওঁ কলে— 'স্কাণ্ডিনেভিয়াৰ এটা সাধুকথা মোৰ মনত পৰিছে। শীতকালৰ আন্ধাৰ ৰাতি এজন ৰজাই সৈন্য-সামন্ত লৈ ভঁৰালঘৰৰ জুহাসৰ ওচৰত বহি আছিল। এনেতে এটা চৰাই ঘৰটোৰ এখন দুৱাৰেৰে সোমাই অন্য এখন দুৱাৰেৰে ওলাই গ'ল। তাকে দেখি ৰজাই কলে যে চৰাইটোৱে আন্ধাৰৰ পৰা আহি মানুহৰ দৰে পোহৰ আৰু তাপ অলপপৰ উপভোগ কৰি আকৌ আন্ধাৰতে মিলি গ'ল। তাকে শুনি এজন বুঢ়া সৈনিকে কলে যে 'মহাৰাজ চৰাইটো অন্ধকাৰত নিঃশেষ হৈ নাযায়, বৰং সি অন্ধকাৰৰ মাজতে তাৰ বাঁহ বিচাৰি লব - - - -।' সঁচাকৈয়ে আমাৰ জীৱন ক্ষণস্থায়ী আৰু মূল্য-হীন। কিন্তু সকলো মহৎ কাম মানুহৰ হাতেৰেই সমাধা হয়। মানুহৰ প্ৰজ্ঞাই মানুহৰ সকলো শক্তিৰ আধাৰ। এই প্ৰজ্ঞাই মানুহৰ জীৱনৰ সকলো আনন্দকে ম্লান কৰি দিয়ে আৰু মৃত্যুৰ মাজতো বিচাৰি দিয়ে জীৱন, আনি দিয়ে স্থিতি।' ৰুদিন ৰৈ গ'ল। অনিচ্ছাকৃত হাঁহি এটা মাৰি সকলোলৈ চাই পুনৰ চকু নমাই নিলে।

'কবিতাৰ ছন্দ হেৰাই গ'ল।' লাচুনস্কায়াই কৈ উঠিল। আৰু সকলোৱে এই কথাত মনে মনে সঁহাৰি দিলে— একমাত্ৰ পিগাচভৰ বাহিৰে। ৰুদিনৰ কথাৰ শেষখিনি মুগ্ধনাকৈয়ে মনে মনে টুপীটো লৈ দুৱাৰৰ ওচৰত পেণ্ডেলেভস্কিক পাই কৈ গ'ল— 'যথেষ্ট হৈছে, মুৰ্খৰ লগেই মোৰ ইয়াতকৈ ভাল।'

কোনেও তেওঁক যোৱাত বাধা নিদিলে বা কোনেও তেওঁৰ অনু-পস্থিতি লক্ষ্যও নকৰিলে।

লণ্ডৱাইতে ৰাতিৰ আহাৰ দিলে। তাৰে আধাঘণ্টা পাছত সকলোৱে বিদায় ললে। কোনো গ'ল যান-বাহানত, কোনো গ'ল

খোজকাঢ়ি। লাচুনস্কায়াই সেই বাক্তিটোৰ কাৰণে কদিনক তেওঁৰ ঘৰত থাকি যাবলৈ সন্মত কৰালে। ককায়েকৰ লগত লিপিনাই ঘৰলৈ যাবলৈ ওলাওতে কদিনৰ বুদ্ধিদীপ্ততাৰ প্ৰশংসা কৰিলে। ভলিন্টচেভো একমত, যদিও লগতে কলে— 'কথাবোৰ মাজে মাজে অস্পষ্ট আৰু বুজাত টান আছিল।' তেওঁৰ মুখমণ্ডলত যেন এটা চিন্তা গধুৰ ভাৱ। গাড়ীত বহি স্থিৰ দৃষ্টিত কোণ এটালৈ চাই থাকিল তেওঁ। চকুত যেন বিষণ্ণতাৰ ছাঁ।

পেণ্ডেলেভস্কি শোৱাৰ আগতে চিকৰ ফুলবচা ধুনীয়া সাজ-পাৰ সোলোকাই সোলোকাই নিজৰ মনতে ভাবিলে— 'অতি চতুৰ লোক।' আৰু লগুৱা ল'ৰাটো হঠাৎ দেখি ধমক দি তাৰপৰা আঁতৰাই পঠালে। বাচিস্কভে গোটেই নিশা শুব নোৱাৰিলে, সাজ-পাৰো নোসোলোকালে। বহি বহি গোটেই ৰাতি মস্কোৰ এজন বন্ধুলৈ চিঠি লিখিয়েই কটালে। নাটালিয়াই সাজ-পাৰ সলাই বিচনাত দীঘল দি পৰিল, কিন্তু এপলকৰ কাৰণেও চকুত টোপনি নাহিল। হাতৰ ওপৰত মূৰটো থৈ আন্ধাৰলৈ চাই থাকিল। তেওঁৰ শৰীৰৰ ৰক্তপ্ৰৱাহ অস্থিৰ - উদ্দাম। বাৰে বাৰে অন্তৰফালি অহা হুমুনিয়াহে বুকুখন উদ্বেলিত কৰি থাকিল।

—x—

# চতুৰ্থ অধ্যায়ঃ

*পি*ছদিনাখন ৰাতিপুৱা কদিনে তেওঁৰ সাজ-পাৰ কৰি উঠাৰ পাছতে এজন লগুৱা আহি মেডাম লাচুনস্কায়াৰ ভিতৰৰ কোঠালৈ চাহ খাবলৈ মাতিলেহি। কদিন গৈ লাচুনস্কায়াক অকলে বহি থকা পালে। তেওঁ কদিনক আন্তৰিকতাপূৰ্ণ আদৰণি জনালে, তাৰ পাছত ৰাতি ভালকৈ টোপনি হৈছিলনে নাই সুধিলে। নিজহাতে একাপ চাহ বাকি দিলে। তাত চেনী ঠিক হৈছেনে নাই সুধিলে। এটা চিগাৰেট দিলে। ইয়াৰ আগতে পৰিচয় হবলৈ সুবিধা নোহোৱাত বিস্ময়ভাবেৰে একে কথাকে তুবাৰমান দোহাৰিলে। প্ৰথমে কদিন অলপ দূৰত বহিছিল। কিন্তু লাচুনস্কায়াই তেওঁক তেওঁৰ ওচৰৰ এখন চোফাত বহিবলৈ দিলে আৰু কদিনৰ ফালে অলপ হালি পৰি তেওঁৰ পৰিয়ালৰ কথা, ভবিষ্যত পৰিকল্পনাৰ কথা, আশা-আকাঙ্খা ইত্যাদিবোৰ সোধাত লাগি গ'ল। লাচুনস্কায়াই কথাৰ মাজতে কিবা চিন্তা কৰাৰ ভঙ্গীত মাজে মাজে থমকি ৰয়। কদিনে কিন্তু ঠিক বুজিব পাৰিছে যে মহিলাই সৌজন্য-শীলা দেখুৱাবলৈ গৈ অকাৰণে তোষামোদত লাগিছে। আজিৰ এই ৰাতিপুৱাৰ সাক্ষাৎ প্ৰসঙ্গ, তেওঁৰ সাধাৰণ সাজ-পাৰেৰে আছিল যদিও, অসাধাৰণ হৈ উঠাৰ একেবাৰে কাৰণ নোহোৱাও নাছিল। যিয়ে নহওঁক, সোধ-পোচ কৰা হলত তেওঁ আৰম্ভ কৰিলে তেওঁৰ আত্ম কাহিনী, কলে তেওঁৰ যৌৱনকালৰ কথা আৰু পৰিচিত বিশিষ্ট বন্ধুসকলৰ কথা। কদিনে তেওঁৰ সকলো কথা সহানুভূতিৰে শুনি গ'ল। যিসকলৰ কথা মহিলাগৰাকীয়ে কলে তাত সেইসকলৰ একো কথাই নাই। যেন সকলোৰে কথা দৃষ্টিৰ আঁৰ হৈ গোটেই পটভূমিকা লাচুনস্কায়াৰ কথাই জুৰি পেলালে।

কোন কোন ডাঙৰ মানুহক তেওঁ কি কি কৈছিল, কোন

কোন প্ৰখ্যাত কবিৰ ওপৰত তেওঁৰ কেনে প্ৰভাৱ আছিল সকলো কথা অলপ সময়ৰ ভিতৰতে কদিনে জানিব পাৰিলে। তেওঁৰ কথাত বুজা গ'ল যে যোৱা পাঁচিশ বছৰৰ পৰা স্বনামধন্যসকলে তেওঁৰ লগত পৰিচয় হবলৈ বা তেওঁৰ অনুগ্ৰহ পাবলৈ কিমানযে চেষ্টা-প্ৰচেষ্টা কৰিবলগীয়া হৈছিল। তেওঁলোকৰ কথাবোৰ ঘনিষ্ঠ বন্ধুৰ নিচিনা সহজ-সৰলভাবে কৈ গ'ল। কিন্তু কথাবোৰত তেওঁলোকৰ প্ৰতি প্ৰশংসাসূচক একো ভাব নাই। কোনো কোনোজনক তেও আকৌ অদ্ভুত বা অন্য কোনো বিশেষ চৰিত্ৰৰ বুলিহে অভিহিত কৰিলে। সেইসকলৰ কথাৰ মাজত লাচুনস্কায়া নিজে এনেদৰে ফুটি ওলাল যেন এটা আঙঠিৰ বহুতো সাধাৰণ পাথৰৰ মাজত তেওঁ এটা মূল্যবান উজ্জ্বল পাথৰহে।

কদিনে চিগাৰেট টানি টানি বাক্‌প্ৰিয় মহিলাগৰাকীৰ কথাবোৰ শুনি গ'ল। ছুটা এটা চুটি মন্তব্যৰ বাহিৰে একো নকলে। তেওঁ কব পাৰে ভাল আৰু কৈয়ো পায় ভাল। কিন্তু কবলৈ সিমান তৎপৰ নহয় যদিও শুনি যাব পাৰে ভালকৈয়ে। আৰম্ভণীতে যদি তেওঁক কোনেও নিৰাশ নকৰে তেন্তে যিকোনোৱে তেওঁৰ আগত গভীৰ বিশ্বাসেৰে মনৰ কথা যিমান পাৰে কৈ যাব পাৰে। সহানুভূতি আৰু আন্তৰিকতাৰে আনৰ বৰ্ণনা শুনি থাকি কওঁতাক তেওঁ সহজে উৎসাহ দি যাব পাৰে। তেওঁৰ সেই স্বভাৱত মাধুৰ্য্যৰ অভাৱ নাই। এনেকুৱা কেৰেপ নকৰা বিধৰ মানুহে কিন্তু নিজৰ বৈশিষ্ট্য সম্পৰ্কে সচেতন। বিচাৰ-বিতৰ্কৰ সময়ত এইবিধ মানুহে প্ৰতিদ্বন্দীক কথা কোৱাৰ সুযোগেই নিদিয়ে। অপ্ৰতিৰোধ্য আৰু আবেগ-উদ্বেল বক্তৃতাৰ ধুমুহাত অন্যপক্ষক উৰুৱাই দি শক্তিহীন কৰি দিয়ে।

মহিলাগৰাকীয়ে ৰুচ ভাষাতে তেওঁৰ কথাবোৰ কৈ গ'ল। মাতৃ-ভাষাত যথেষ্ট হাত থকাটোকে তেওঁ দেখুৱাবলৈ গ'ল, কিন্তু মিছা—তাৰ লগত চলিত ফৰাচী শব্দ মিহলি হৈ গ'ল। যদিও তেওঁ ইচ্ছা কৰিয়ে সাধাৰণতে চলিত শব্দ ব্যৱহাৰ কৰিছে, বহুসময়ত তাৰ প্ৰকৃত প্ৰয়োগ কিন্তু হোৱা নাই। এটা অদ্ভুত মিশ্ৰণ যদিও কদিনৰ

সেইবোৰ বেয়া লগা নাই। প্ৰকৃততে তেওঁ কথাত কাণেই দিয়া নাই।

অৱশেষত লাচুনস্কায়া ভাগৰি পৰিল। মুখটো চোকাৰ ওপৰত হেলনীয়াকৈ থৈ নীৰৱ হৈ তেওঁ কদিনলৈ চাই থাকিল।

কদিনে লাহে লাহে কবলৈ ধৰিলে— 'মই এতিয়াহে বুজিছোঁ। আপুনি কেলেই গৰমৰ সময়ত ইয়ালৈ আহে। জিৰণি আপোনাক লাগে। ৰাজধানীৰ কৰ্ম্ম-ক্লান্ত জীৱনৰ পাছত গাৱঁৰ শান্ত-সুন্দৰ পৰিবেশ সজীৱ আৰু সুখদায়ক। মোৰ বিশ্বাস প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি আপোনাৰ আন্তৰিক অনুৰাগ আছে।'

লাচুনস্কায়াই তেওঁলৈ পোন চাৱনিৰে চাই কলে— 'প্ৰকৃতি? হয় হয়। নিশ্চয় মই প্ৰকৃতিক ভালপাওঁ। কিন্তু ডিমিত্ৰি নিকোলায়েভিচ! কথা কি জানে? গাৱঁতো সমাজ আৰু লগৰীয়া নহলে থকা টান। ইয়াত সেইবোৰৰ একোৱে নাই। পিগাচভে হৈছে ইয়াৰ সকলোতকৈ বুদ্ধিমান ব্যক্তি।'

'কালিৰ সেই খিট্‌খিটীয়া অস্থিৰ ভাবৰ বুঢাজন?'

'এৰা, এই গাৱঁত তেওঁকেই আদৰ কৰি মাতিবলগীয়া হয়। অইন একো নহলেও তেওঁ অন্ততঃ হুঁহুৱাব পাৰে।'

'মানুহজন মূৰ্খ নহয় যেন লাগিল; কিন্তু ভুল বাটেৰে তেওঁ গৈছে। মোৰ লগত আপোনাৰ কথাৰ মিল নহবও পাৰে, কিন্তু সম্পূৰ্ণ নেতিবাদ বা 'নাই নহয়' বোলা কথাটো বন্ধ্যা, নিস্ফল। আন সকলোকে অস্বীকাৰ কৰি কোনোবাই সহজে জ্ঞানী বোলাব পাৰে আৰু হয়তো বহুতো সময়ত তেনে কৰা হৈছে। যিজনে যিবোৰ কথা অপ্ৰমাণ্য বুলি খণ্ডন কৰি আহিছে, সহজ-সৰল মানুহবোৰে সদায় তাকে বিশ্বাস কৰে; কিয়নো সেইবোৰতকৈ তেওঁৰ জ্ঞান বেছি। অৱশ্যে বহুসময়ত ই ভ্ৰমাত্মক হৈ পৰে। প্ৰথম কথা, তেওঁ যিকোনো বিষয়ে দোষ উলিয়াব পাৰে। দ্বিতীয়তে, তেওঁৰ কথা সঁচা হলেও তাৰপৰা তেওঁৰ বিশেষ লাভ নহয়। কাৰণ নেতিবাদে আৱৰি থাকি মানুহৰ মন নিস্প্ৰাণ আৰু নীৰস কৰি ৰাখে। মিছা অহঙ্কাৰে তেওঁৰ মনক চিন্তা শক্তিৰপৰা আঁতৰাই ৰাখে আৰু চিন্তা কৰি পোৱা

আনজনৰ পথা বাকত কৰে। বিকৃত আৰু সংকীর্ণ দৃষ্টি-ভঙ্গীৰ ভিতৰেদি জীৱন আৰু জীৱনৰ সত্তা প্ৰতিভাত নহয়। প্ৰতিটো বিষয়তে শপত খাই নিজক হাঁহিয়াতৰ পাত্ৰ কৰি তুলিব লগা হোৱা অৱস্থাৰ মাজেৰে জীৱন শেষ হৈ যায়। যিসকলে ভাল পাব জানে সেইসকলেহে নিন্দা আৰু সমালোচনা কৰিব পাৰে।'

'মানুহক ভালকৈ বুজাৰ ক্ষমতা বা মানুহক ভালকৈ জুখিচোৱাৰ দক্ষতা আপোনাৰ আছে। কিন্তু পিগাচভ যে আপোনাৰ কথাত একমত নহয় অকল সেয়ে নহয়; কিয়নো তেওঁ কেৱল নিজকে ভাল-পায়।' মেডাম লাচুনস্কায়াই কলে।

লগতে ৰুদিনে যোগ দিলে— 'আৰু নিজৰ দোষ তেওঁ নিজেই ধৰে— যাতে তেওঁ আনৰ দোষ ধৰিব পৰা অধিকাৰ পাব পাৰে।'

লাচুনস্কায়াই হাঁহিলে আৰু কলে—'তেওঁ যিকথাৰ মাজলৈয়ে নাযাওঁক আনক দোষাৰোপ কৰিবই।' তাৰ পাছত কথা বিচাৰি নাপায় নিৰাশ হৈ সুধিলে— 'অ', ব্যাৰণক আপোনাৰ কেনে লাগিল?'

'ভাল মানুহ। সহৃদয় আৰু জ্ঞানী। কিন্তু চৰিত্ৰ বৰ দুৰ্বল। গোটেই জীৱনটো তেওঁ আধা-মানুহ, আধা-পণ্ডিত হৈয়ে থাকিব। কব পাৰি তেওঁ সুকুমাৰ বিদ্যানুৰাগী। সহজে কবলৈ হলে এজন অস্তিত্ব নোহোৱা মানুহ। আৰু এইখিনিতে তেওঁক পূজো কৰিবলগীয়া।'

'মোৰো ধাৰণা ঠিক তেনেকুৱাই। তেওঁৰ ৰচনাখন মই পঢ়িছো।' —লাচুনস্কায়াই কলে।

কিছুপৰ মনে মনে থাকি ৰুদিনে সুধিলে— 'আপোনাৰ ওচৰ-চুবুৰীয়াৰ ভিতৰত কোনোবা ভাল মানুহ আৰু আছেনে?'

লাচুনস্কায়াই তেওঁৰ সৰু আঙুলিৰে চিগাৰেটৰ পৰা ছাই জোকাৰি জোকাৰি কলে— 'অইন তেনেকুৱা কোনো নাই। লিপিনা আছে। যোৱাৰাতি তেওঁক আপুনি দেখিছেই। তেওঁ কেৱল মৰম লগাহে, তাৰ বাহিৰে একো নহয়। তেওঁৰ ককায়েকো বৰ ভাল

সঁহা। আৰু আছে বাজবুৱাৰ গ্যাৰিয়ু। এয়েই মোৰ চুবুৰীয়া। ওচৰ-পাৰ আৰু দুই-তিনিজন আছে, কিন্তু তেনে কোনো কথনীয়া নহয়। তেওঁলোক হয় দাম্ভিক আৰু অসামাজিক, নহয় অত্যন্ত প্ৰগতিশীল। তিনিওজনৰ ভিতৰত কোনো তেনে বিশেষ নাই; বুজিছে! এবা আৰু এজন মানুহ আছে। তেওঁ তেনো সুশিক্ষিত আৰু পণ্ডিত মানুহ; কিন্তু অদ্ভুত, কিবা অস্বাভাৱিক প্ৰকৃতিৰ। লিপিনাই তেওঁক জানে, সম্ভৱতঃ লিপিনা তেওঁৰ অনুৰাগিনী। লিপিনাৰ লগত আপুনি কথা-বতৰা হোৱা ভাল। বৰ ভাল ছোৱালী। মনৰ কাজৰ পৰা অলপ উন্নত হলে তেওঁৰ বহু উপকাৰ হব।'

'ছোৱালীজনী সঁচাই ভাল।' ৰুদিনে মন্তব্য কৰিলে।

'কম বয়সৰ ছোৱালী। একেবাৰে কোলাৰ কেচুৱাৰ দৰে হৈয়ে আছে। তেওঁৰ বিয়াও হৈছিল। শুনিছে ডিমিত্ৰি নিকোলায়েভিচ। যদি মই পুৰুষ হলোহেঁতেন মই নিশ্চয় লিপিনাৰ নিচিনা ছোৱালীৰহে প্ৰেমত পৰিলোহেঁতেন।'

'সঁচানে?'

'নিশ্চয় পৰিলোহেঁতেন। এনেকুৱা ছোৱালীবোৰ অন্ততঃ সজীৱ আৰু এওঁলোকে মিছা সজীৱতাৰ ভাও নধৰে।'

'তাতেই সকলোনে?' ৰুদিনে সুধিলে আৰু হোঁ-হোঁৱাই হাঁহি দিলে। সচাৰচৰ ৰুদিনে নাহাঁহেই। হাঁহিলে তেওঁৰ মুখখনে এটা অদ্ভুত বিকৃত আকাৰ ধাৰণ কৰে। বয়সৰ ৰেখাবোৰ গালে-মুখে যুটি উঠে। চকুদুটা সৰু হৈ যায়, নাকটো কোচ খায়। তাৰপাছত সুধিলে,— 'এই অদ্ভুত চৰিত্ৰৰ মানুহজনো কোন— যিজনে লিপিনাক আকৃষ্ট কৰিছে?'

'তেওঁ মিখাইল মিখাইলোভিচ লেজনেভ মহাশয়। স্থানীয় জমিদাৰ।'

ৰুদিনে মূৰটো ডাঙি আচৰিত হৈ সুধিলে— 'লেজনেভ, তেওঁ আপোনাৰ চুবুৰীয়া?'

'হয়, কিয়? তেওঁক আপুনি চিনি পায় নেকি?'

কৰিল অন্তেক মনে মনে থাকিল। এবা, তেওঁক মই বহুদিন আগৰে পৰা জানোঁ। তেওঁ এজন ধনী মানুহ— বলিছে মই ভুল কৰা নাই।' চকীৰ কাপোৰৰ দহিবোৰ টানি টানি তেওঁ কলে।

'হয় ধনী মানুহ। সাজ-পাৰত কিন্তু বৰ অদ্ভুত। চাৰিচকীয়া গাড়ী এখনত উঠি এজন কৰ্মাধ্যক্ষৰ সৰে ঘূৰি ফুৰে। তেওঁক মোৰ ঘৰলৈ মাতি আনিবলৈ বহু চেষ্টা কৰিলোঁ। মানুহজন কিন্তু বেচ বুধিয়ক। মাটিবাৰীৰ বিষয়ে তেওঁৰ লগত অলপ কথা বতৰা হোৱাৰ আৰম্ভকো আছে। আপুনি জানে বোধহয়— মোৰ সম্পত্তি মই নিজেই চোৱা মেলা কৰোঁ।' কদিনে মুখ চুপিয়াই কথাটো জনাৰ সঙ্কেত দিলে। লাচুনস্কায়াই কৈ গ'ল। 'হয়, মই নিজেই সকলো কৰোঁ। বিদেশী নিয়ম-নীতি মই ভাল নাপাওঁ। আমাৰ কচ পদ্ধতিত মোৰ বিশেষ আস্থা আছে। আপুনি দেখিবলৈ পাইছেই যে তাত মোৰ একো বেয়া হোৱা নাই।'

কদিনে গৌৰৱৰ সুৰত কলে— 'তিৰোতাসকলৰ বাস্তৱ জ্ঞানৰ স্বীকৃতি যিসকলে দিব নোখোজে তেওঁলোকৰ অন্যায় সম্পৰ্কে মই সদায় সচেতন।'

লাচুনস্কায়াই মিঠা হাঁহি এটা মাৰি কলে –'আপুনি বৰ দয়ালু। এবা, কিযে কব খুজিছিলো? আমি কিহৰ আলোচনা কৰিছিলোঁ জানোঁ? অ'— হয়, লেজনেভৰ কথা। কিবা এটা সীমাৰ কথানৈ মই তেওঁক লগ পাবলগীয়া আছে। মই কেইবাবাৰো তেওঁক মাতিলো। আজিও তেওঁ আহিব বুলি মই আশা কৰিছোঁ। কিন্তু কেতিয়া আহে ভগবানেহে জানে। কিযে একগুঁইয়া মানুহজন।'

এনেতে দুৱাৰৰ পৰ্দাখন এফলীয়াকৈ দাঙি বাটলাৰটো সোমাই আহিল। মানুহজন ওখ; টাক্‌পৰা মূৰৰ কেউকাষে বগা চুলি। পিন্ধনত এটা ক'লা ফ্ৰককোট, এডাল বগা টাই আৰু এটা বগা ওৱেষ্টকোট।

গৰাকীনিয়ে সুধিলে— 'কি?' তাৰপাছত কদিনৰ ফালে অলপ চাই বাটলাৰটোক ফৰাচীতে কিবা কলে। বাটলাৰে কলে—'মচিঞে

(মহাশয়) লেজনেভ আহিছে — তেখেত ভিতৰলৈ আহিবনে?'

লাচুনস্কায়াই আগ্রহেৰে কলে— 'কি সৌভাগ্য! তেওঁক ভিতৰলৈ মাতি আনিব লাগে।' বাটলাৰ ওলাই গ'ল।

'কিযে একগুইয়া মানুহ। শেষত তেওঁ আহি পালে এনেকুৱা অসময়ত আমাৰ এই কথা-বতৰাৰ মাজত আন্তৰায় হৈ।'

ৰদিন যাবলৈ চকীৰ পৰা উঠিল। কিন্তু লাচুনস্কায়াই বাধা দিলে। 'আপুনি বহক। আপোনাৰ আগত আলোচনা নকৰিবলগীয়া কোনো কথা নাই। পিগাচভৰ নিচিনাকৈ এওঁকো আপুনি চালি-জাৰি চাব বুলি মই আশা কৰোঁ। আপুনি দয়াকৰি থাকক।'

ৰুদিনে তেওঁৰ কথাত আপত্তি কৰিম বুলি ভাবিও নকৰিলে। অলপ সময় কিবা চিন্তা কৰি পুনৰ বহি থাকিল।

লেজনেভ, যাৰ পৰিচয় পাঠকে আগতে পাইছে, সোমাই আহিল। পিন্ধনত সেই ধূলিৰে ভৰা ধোঁৱাবৰণীয়া কোট। সেই একে পুৰণা টুপীটো ৰ'দে পোৰা হাতখনত তেওঁ লৈ আছে। তেওঁ সহজভাবেৰে তললৈ হালি মেডাম লাচুনস্কায়াক অভিবাদন জনাই চাহ-মেজলৈ আগবাঢ়ি গ'ল।

'অৱশেষত আপুনি দয়া কৰি আহিছে লেজনেভ মহাশয়! অনুগ্রহ কৰি আসন গ্রহণ কৰক। মই বুজিছোঁ আপোনালোক উভয়ে পৰিচিত।' এইবুলি কৈ ৰুদিনৰ ফালে হাতেৰে দেখুৱাই দিলে।

লেজনেভে ৰুদিনলৈ চাই এটা অৰ্থপূৰ্ণ হাঁহিমাৰি কলে— 'হয় সেই সৌভাগ্য মোৰ হৈছে।' তাৰপাছত ৰুদিনক নমস্কাৰ জনালে।

ৰুদিনে তললৈ চাই সৰুমাতেৰে কলে— 'আমি বিশ্ববিদ্যালয়ত একেলগে আছিলোঁ।

'তাৰপাছতো আমাৰ লগালগি হৈছে।' লেজনেভে লাহেকৈ কলে।

মেডাম লাচুনস্কায়াই ছুয়োজনৰ ফালে এটা বিমূঢ় চাৱনিৰে চাই লেজনেভক বহিবলৈ দিলে। লেজনেভ বহিল।

'সীমাৰ কথালৈয়ে আপুনি মোক মাতিছিলনে? তেওঁ সুধিলে।'

'হয়, সীমাৰ কথালৈয়ে। কিন্তু আপোনাক আলহী হিচাবেও মই বিচাৰো, কাৰণ আপুনি ওচৰ-চুবুৰীয়া আৰু কব গলে সমকীয়ৰ নিচিনাই।'

'তাৰবাবে আপোনাক ধন্যবাদ জনাইছোঁ। সীমাসংক্রান্ত সকলো কথাৰে আপোনাৰ দেৱানৰ লগত মীমাংসা হৈ গৈছে। তেওঁৰ সকলো যুক্তিকে মই মানি লৈছো।' লেজনেভে উত্তৰ দিলে।

'সেইটো মই জানিছোঁ।'

'আৰু আপোনাৰ দেৱানে ইয়াকো কৈছে যে আপোনাৰ লগত দেখা হোৱাৰ পাছতহে কাগজ-পত্ৰত চহী কৰা হব।'

'হয়, সেইটোৱে মোৰ নিয়ম। বাৰু, আপোনাৰ মাটিৰ দখল-কাৰীবোৰ আপোনাৰ নিজৰ বহঁতীয়া নহয় জানো?'

'নিশ্চয় হয়।'

'তথাপিও আপুনি সীমা নির্দ্ধাৰণৰ কাৰণে ইমান যত্ন লৈছে? ই আপোনাৰ দয়া।'

লেজনেভে অলপ মনে মনে থকাৰ পাছত কলে— 'আৰু সেয়ে মই নিজে আপোনাক লগ পাই যাওঁ বুলি আহিলোঁ।'

লাচুনস্কায়াই হাঁহি এটা মাৰি কলে— 'আপুনি আহিছে দেখিছোৱেই। কিন্তু আপোনাৰ কথাৰ সুৰত ধৰিব পাৰিছোঁ যে মোৰ লগত দেখা কৰিবলৈ অহাৰ আপোনাৰ সিমান ইচ্ছা নাছিল।'

লেজনেভে গহীনাই ইতিকিঙৰ সুৰত কলে—'মই তেনেকৈ কাৰো লগতে বিশেষ দেখা নকৰোঁ।'

'কাৰো লগতে নকৰে? কিন্তু আলেকজেন্দ্ৰা পাভলোভ্‌নাৰ লগত?'

'তেওঁৰ ককায়েক বহুদিনৰে পৰা মোৰ সহযোগী বন্ধু।'

'তেওঁৰ ককায়েকৰ লগতনে? মই অৱশ্যে কাকো জোৰ নকৰো। — কিন্তু ক্ষমা কৰিব মিষ্টাৰ মিখাইল মিখালোভিচ, মই বয়সত ডাঙৰ বুলি দাবী কৰি অলপ কোৱাত আপুনি নিশ্চয় আপত্তি নকৰে।

কি কাৰণে বাক আপুনি এনেকৈ সন্ন্যাসী থকা দি থাকে? মোৰ ঘৰলৈ আহিবলৈ আপুনি বেয়া পায় নেকি?—নে আপুনি মোক ভাল নাপায়?'

'চাওঁক মেডাম! মই আপোনাক সিমান ভালকৈ নাজানো। সেয়ে মই আপোনাক বেয়াও পাব নোৱাৰোঁ। আপোনাৰ ঘৰটোও বৰ ধুনীয়া। কিন্তু খোলাকৈ কবলৈ হলে, মোৰ কাৰণে আনৰ অসুবিধা হওঁক: এই কথাটো মই একেবাৰে ঘৃণা কৰোঁ। তাৰ বাহিৰেও মোৰ গধূলিৰ বিশেষ সাজ-পাৰ নাই, হাতমোজাও নাই। আৰু মই আপোনাৰ লগৰীয়াৰ ভিতৰতো নহয়।'

'কিন্তু জন্ম আৰু শিক্ষা-দীক্ষাত আপুনি আমাৰ ভিতৰৰে এজন দেখোন।'

'জন্ম আৰু শিক্ষা-দীক্ষাই সকলো নহয়।'

'সমানে সমানে কাজ-কাম কৰা বা একে শাৰীৰ সমাজত খাপ-খোৱাই হৈছে মানুহৰ কাম। এনেকৈ ডাইওজেনিচে গামলাৰ ভিতৰত থকাৰ দৰে চুকৰ ভেকুলীৰ দৰে থাকিলে কি আনন্দ পোৱা যায়নো?

'প্ৰথমতে, মই ডাইওজেনিচৰ দৰে মোৰ অৱস্থাৰ লগত সুখেৰেই আছোঁ। দ্বিতীয়তে আপুনি কেনেকৈ জানিলে যে মোৰ সমনীয়া সমাজৰ পৰা মই বেলেগে আছোঁ?'

মেডাম লাচুনস্কায়াই ওঁঠ কামুৰি কিবা ভাবিলে। তাৰ পাছত কলে— 'সেইটো এটা অন্য কথা। এইটো মোৰ কাৰণে দুখৰ কথা যে আপোনাৰ বন্ধুৰে যিসকলক আপুনি আনন্দ দিয়ে সেই সকলৰ ভিতৰত এজন হোৱাৰ পৰা মই বাদ পৰিছোঁ।

'মচিঞ্চে লেজনেভ' কদিনে মন্তব্য প্ৰকাশ কৰিলে— 'মই ভাবো উচ্চ প্ৰশংসনীয় ভাৱধাৰা এটাক আপুনি বহুদূৰলৈ নিলে। সম্ভৱতঃ ই আপোনাৰ ব্যক্তিগত স্বাধীনচেতীয়া ভাব।'

লেজনেভে একো উত্তৰ নিদি কদিনলৈ অলপ চালে মাথোন। ক্ষন্তেক পাছতে লেজনেভ বহাৰ পৰা উঠিল আৰু কলে— 'তেনেহলে

সীমা সম্পৰ্কে সকলো কথা মীমাংসা হৈ গ'ল বুলি মই ধৰি লওঁ। আপোনাৰ সেইখিনি কাগজ-পত্ৰবোৰ মোলৈ পঠাবলৈ কব।

'বাৰু হব। কিন্তু আপুনি ইমান সৌজন্যহীন যে আপোনাক মই সঁচাকৈয়ে কিবাই পঠোৱাই ভাল আছিল।'

'কেলেই? নতুন সীমা নিৰ্দ্ধাৰণত মোতকৈ আপোনাৰে দেখোন সুবিধা বেছি।'

লাচুনস্কায়াই কান্ধ জোকাৰিয়ে কথাটো শেষ হবলৈ দিলে। তাৰ-পাছত কলে— 'ব্ৰেকফাষ্টৰ সময়লৈ জানো আপুনি ইয়াত থাকিব নোখোজে?'

'বৰ কৃতাৰ্থ হৈছোঁ। মই ব্ৰেকফাষ্ট নকৰোৱেই আৰু ঘৰলৈ যোৱাৰ বিশেষ কামো আছে।'

মেডাম লাচুনস্কায়া উঠিল আৰু খিৰিকীৰ ওচৰলৈ গৈ থাকোতে কৈ গ'ল— 'বাৰু, মই আৰু আপোনাক পলমকৈ ৰাখি নথওঁ; আৰু সেই সাহসকনো মোৰ নাই।'

লেজনেভে অলপ মূৰ দোৱাই অভিবাদন জনাই যাবলৈ ওলাল।

'বিদায় মিষ্টাৰ লেজনেভ। আপোনাক আমনি দিয়া বাবে ক্ষমা বিচাৰিছোঁ।'

'নাই— নাই, কোনো কথা নাই। এইবুলি কৈ তেওঁ কোঠাৰ পৰা ওলাই গ'ল।

লাচুনস্কায়াই ৰুদিনলৈ চাই কলে— 'শুনিছিলোঁ মানুহজন অদ্ভুত প্ৰকৃতিৰ। কিন্তু দেখিলো অতিমাত্ৰা!'

'এওঁ আৰু পিগাচভ একে ৰোগৰ ৰোগী।' ৰুদিনে কবলৈ ধৰিলে। 'মৌলিক হোৱাৰ ইচ্ছা দুয়োজনৰে। এজন কুটিল, দুৰভি-সন্ধিকাৰী আৰু আনজন হ'ল টান প্ৰকৃতিৰ, বিশ্বনিন্দুক। উভয়ৰে ভাব-ধাৰাত আছে আত্মাভিমান আৰু আত্মগৌৰৱ। সত্য আৰু ভালপোৱাৰ দুয়োৰে ভিতৰত অভাৱ। উদাসীন আৰু অলসতাৰ মুখা পিন্ধিলেই সাধাৰণতে মানুহে ভাবিব যে মানুহজনে তেওঁৰ স্বাভাৱিক বুদ্ধি, গুণবোৰ কেনেদৰে লুকাই থৈ সাধৰণভাৱে চলে।

কিন্তু অলপ মাজধানে লক্ষ্য কৰিলে দেখা পাব যে তাৰ ভিতৰত গুণৰ লেশ মাত্ৰও নাই। তেওঁলোকৰ ভাৰধাৰা আচলতে হিচাব কৰিব পৰা বিধৰহে।'

লাচুনকুঁৱৰীয়ে শলাগ লৈ কলে— 'মানুহক চালি-জাৰি চোৱা শক্তি আপোনাৰ অসাধাৰণ। দেখিছো আপোনাৰ আগত কাৰো নিস্তাৰ নাই।'

'আপোনাৰ মনত তেনেকুৱাই ভাব হৈছে নেকি? কিন্তু এজন এইবোৰ কথা মই নোকোৱাই ভাল আছিল; কাৰণ মই তেওঁক ভাল পাইছিলোঁ। বন্ধু হিচাপেই ভাল পাইছিলোঁ— কিন্তু পাছত ভুল বুজা-বুজিৰ কাৰণে—'

'আপোনালোকে কাজিয়া কৰিছিল।' লাচুনকুঁৱৰীয়ে কদিনৰ শেষৰ খিনি কথা কাঢ়ি নি কলে।

'নহয়, ঠিক সেইটো নহয়। আমি উভয়ে উত্তৰ পৰা বিদায় লৈছিলোঁ। মনত এনে হৈছিল যেন চিৰজীৱনৰ কাৰণে আমি পৰস্পৰ আঁতৰি গ'লোঁ।'

'অ' দেখোন তেওঁৰ উপস্থিতিত আপোনাক স্বাভাৱিক অৱস্থাত নথকা যেন দেখা গৈছিল। যিয়ে নহওঁক, আজিৰ এই মনমোহা বাতিপুৱাটোৰ কাৰণে মই আপোনাক ধন্যবাদ জনাইছো। বৰ উপ-ভোগ্য হৈছে। সময়ো গৈ আছিছে। ব্ৰেকফাষ্টৰ সময়লৈকে আপুনি আপোনাৰ ইচ্ছামতে কাম কৰক। এতিয়া ময়ো অলপ কাম বলত চকু দিওঁহক। মোৰ সচিব কনষ্টানষ্টিনক আপুনি দেখিছেই — তেওঁ মোৰ কাৰণে অপেক্ষা কৰি আছে। তেওঁৰ লগত আপোনাক পৰিচয় কৰাই দিম। তেওঁ এজন ভদ্ৰ আৰু সৎ লʼৰা। আপোনাক বৰ ভাল পাব। ভাল, নমস্কাৰ। আপুনি কল্পনাই কৰিব নোৱাৰে যে আপোনাৰ লগত পৰিচয় কৰাই দিয়াৰ কাৰণে ম্যাৰথৰ ওচৰত মই কিমান কৃতজ্ঞ।'
মেডাম লাচুনকুঁৱৰীয়ে হাতখন কদিনলৈ আগবঢ়াই দিলে। কদিনে হাতখনত চেপি ধৰি তেওঁৰ ওঁঠত লগাই দিলে। তাৰ পৰা তেওঁ ওলাই গ'ল বৈঠকখানাটোৰ, তাৰ পৰা চাৰ্চলৈ গ'ল। তাত তেওঁ লগ পালে নাটালিয়াক।

— x —

# পঞ্চম অধ্যায়

মেডাম লাচুনকায়াৰ ছোৱালী নাটালিয়া। প্ৰথম দৰ্শনত তেওঁক ছিলান আকৰ্ষণীয় যেন লাগে। চিব-লিবিয়া পাতল ছোৱালীজনী। গাৰ বৰণ অলপ ক'লা, পিঠিত সামান্য এটা কুঁজ, শৰীৰত এতিয়াও গাভৰুসুলভ চিনবোৰ ভালদৰে ফুটি উঠা নাই। আটিল দেহৰ সোতৰ-বছৰীয়া গাভৰুজনী দেখোঁতে মোহনীয় হলেও যেন বয়সতকৈ অলপ বেছিকৈ বাঢ়িছে। তেওঁৰ জোঙা হৈ বৈ পৰা চকুৰ ভ্ৰূযুৰি মাজতে নাকৰ ওপৰত ভাঙি যোৱা এখন যেন ধনুহে। তাৰ ওপৰত মিহি, নিমজ কপালখন চালে চকুযোৰা। কথা কয় খুব কম। আনে কথা কলে আগ্ৰহেৰে শুনে; তেওঁ কওঁতাৰ মুখলৈ এনে এটা অনুসন্ধিৎসাৰ চাৱনিৰে চাই থাকে যেন কওঁতাৰ মুখৰ প্ৰতিটো শব্দকে বিশ্লেষণহে কৰিছে। মাজে মাজে হঠাতে তেওঁ হুৰিৰ হৈ ভাব-ৰাজ্যত নিজকে যুৰাই দিয়ে। এনে সময়ত মুখখনিত যেন মনৰ সকলো ভাব পৰিস্ফুট হৈ উঠে। বিজুলী বেখাৰ দৰে কেতিয়াবা ওঁঠ দুটাত হাঁহি খিৰিঙি উঠি নিমিষতে লুকাই পৰে। ধুনীয়া ক'লা চকুযুৰি ডাঙৰকৈ মেলি তেওঁ চাই থাকে ---- মেডাম বনকাৰ্টে মৰমসনা ধমকনি দি কয় যে 'ছোৱালীবোৰ ইমান কম বয়সতে ইমান ভাবুক আৰু আনমনা হোৱা ভাল নহয়।' কিন্তু নাটালিয়া আনমনা নহয়। পঢ়া-শুনাত বৰ মনযোগী। অতি আগ্ৰহেৰে আৰু মনোযোগেৰে সকলো কাম কৰে। তেওঁৰ অনুভূতি সুদৃঢ় আৰু গভীৰ; কিন্তু তাক লুকাই ৰাখে। আনকি সৰু কালতো তেওঁ কন্দা-কটা তেনেকৈ নকৰিছিল। এতিয়াও তেওঁ হুমুনিয়াহ পেলাই অতি কম। কেৱল মনত দুখ পালে সামান্যভাৱে মুখৰ বৰণ নিস্তেজ হৈ পৰে। মাকে তেওঁক শান্ত আৰু জ্ঞানী বুলিয়ে ভাবে। কিন্তু জীয়েকৰ মানসিক শক্তি সাহস সম্পৰ্কে কোনো উচ্চ ধাৰণা তেওঁৰ নাই। মাকে কয় 'মোৰ নাটালিয়া বৰ শান্ত শিষ্ট

ছোৱালী ...মোক চিনিব নোৱাৰে। এইটো মোৰ আনন্দৰ কথা। তাই সুখী হ'ব।' কিন্তু লাচুনকাৱাই ভুল কৰিছিল। খুব কম মানুহেই নিজৰ জীয়েকক মনে-প্ৰাণে বুজিব পাৰে।

মাকৰ প্ৰতি সন্তানোচিত ভক্তি নাটালিয়াৰ অলপো কম নাছিল; তথাপি তেওঁ মাকক মনৰ সকলোবোৰ কথা খুলি কোৱা নাছিল। এদিন লাচুনকাৱাই জীয়েকক এই বিষয়ে কৈছিল যে 'মোৰ অলকত তুমি লুকুৱাব লগা কথা একো নাই; তোমাৰ মনৰ সকলো কথা মোক কব লাগে। যদি তুমি তেনে নকৰি মোৰ পৰা তোমাৰ মনৰ ভাব লুকাই ৰাখা তেতিয়া তোমাৰ মনটো ঠেক হৈ যাব।' তোমাৰ নিজৰ কথা নিজৰ মনতে ভাবি থাকিব লাগিব।'

তেতিয়া নাটালিয়াই মাকৰ মুখলৈ চাই থাকি ভাবিছিল— 'মোৰ নিজৰ মনৰ কথা মনতে ভাবি থাকিলেনো কি ক্ষতি হব?'

কদিনে নাটালিয়াক চাঁদৰ ওপৰত দেখা পোৱা সময়ত নাটালিয়া লেডী বনকাৰ্টৰ লগত বাগিচালৈ ফুৰিব যাব ওলাইছে। সেয়েহে তেওঁ টুপীটো অনাৰ বাবে ঘৰৰ ভিতৰলৈ যাব ধৰিছে। তেওঁৰ ৰাতিপুৱাৰ পঢ়া-শুনা তেতিয়া শেষ হৈছিল। এতিয়া আৰু নাটালিয়াক সৰু ছোৱালীটি বুলি কোনেও নাভাবে। লেডী বনকাৰ্টে বহুদিন আগতে প্ৰাচীন সাধু, ভূগোল আদি পঢ়োৱা শেষ কৰি দিছিল। এতিয়া নাটালিয়াই ৰাতিপুৱা তেওঁৰ আগত বহি বুৰঞ্জী, ভ্ৰমণ কাহিনী আৰু আন আন জ্ঞানগৰ্ভ আৰু শিক্ষাপ্ৰদ কিতাপ পঢ়িব লাগে। এইবোৰ কিতাপ মাকে বাচি দিয়ে। এইবোৰ অধ্যয়নৰ কাৰণ হিচাবে মাকে এটা বিশেষ নিজৰ ধাৰণা থকাতো বুজাব বিচাৰে। কিন্তু আচলতে পিটাৰ্চবাৰ্গৰ কয়াটো কিতাপ বিক্ৰেতাই তেওঁলৈ যিবিলাক কিতাপ পঠাই তাৰ ভিতৰত 'ডুমাজ ফিলচ এণ্ড কোম্পানী'ৰ উপন্যাসৰ বাহিৰে আন সকলোবোৰ কিতাপ তেওঁ নাটালিয়াক পঢ়িবলৈ দিয়ে। উপন্যাসবোৰ তেওঁ নিজে পঢ়ে। বুৰঞ্জীমূলক কিতাপ নাটালিয়াই যেতিয়া পঢ়ে তেতিয়া বুঢ়ী বনকাৰ্টৰ চশমাৰ মাজেৰে অকলাচৰুৱাকৈ বেছি তীক্ষ্ণ দৃষ্টি এটা ওলাই আছে। তেওঁ ভাবে যে এই বুৰঞ্জীমূলক

কিতাপবোৰ অলংকৃতভাৱে অমূল্য। যদিও প্ৰাচীন কালৰ জানজন মহামানৱ সকলৰ ভিতৰত তেওঁ চিনিপায় মাত্ৰ একজনক, আৰু সেইজন হ'ল কাৰাইচিচ্, আৰু আধুনিক যুগৰ সকলৰ ভিতৰত চিনি পায় চতুৰ্দশ লুই আৰু নেপোলিয়নক। কিন্তু চিনি পালেইবা— বুঢ়ীয়ে হলে কোনোজনকে অকণি ভাল নাপায়। গতিকে নাটালিয়াই কিবোৰ কিতাপ পঢ়ে সেইবোৰ যাতে বুঢ়ী শিক্ষয়িত্ৰীৰ সন্দেহজনক চকু নপৰে তাৰ বাবে তেওঁ সাৱধান। পুথিনৰ সকলো লিখনি নাটালিয়াৰ কণ্ঠস্থ।

কদিনক দেখিয়ে নাটালিয়া যেন বঙা পৰি গ'ল। 'ফুৰিবলৈ যোৱানে?' কদিনে সুধিলে।

'হয়, বাগিচাৰ ফালে যাওঁগৈ।'

'মইও তোমাৰ লগত যাব পাৰোনে?'

নাটালিয়াই লেডী বনকাৰ্টৰ মুখলৈ চালে।
অবিবাহিত বুঢ়ীয়ে তপৰাই কলে — 'আনন্দৰ কথা, আহক!'

কদিনে টুপীটো হাতত ললে আৰু তেওঁলোকৰ লগত বাগিচালৈ গ'লগৈ।

বাগিচালৈ যোৱা ঠেক বাটেৰে কদিনৰ কাষে কাষে যাবলগীয়া হোৱাত নাটালিয়াক লাজকুৰীয়া ভাব এটাই সংকুচিত কৰিলে। কিন্তু অলপ পাছতে তেওঁ সহজ হৈ পৰিল। কদিনে তেওঁক লিখা-পঢ়া আৰু গাৱঁলীয়া জীৱন কেনে পাইছে ইত্যাদি বিষয়ে বাটত প্ৰশ্ন কৰি গৈ থাকিল। নাটালিয়ায়ো তেওঁৰ স্ব-সংকোচ মনোভাবেৰে যথাযথ উত্তৰ ধীৰভাৱে দি গ'ল। তেওঁৰ মাতত দ্বিধাভাব থাকিলেও লাজ ভাবটো যেন নাই। কিন্তু হৃদস্পন্দন তেওঁৰ বাঢ়ি গ'ল।

এটা বেকা চাৱনিৰে নাটালিয়াৰ সমগ্ৰ দেহটো চাই লৈ কদিনে সুধিলে — 'এই গাৱঁত থাকি তোমাৰ বেয়া লগা নাইতো?

'কেলেই লাগিব? ইয়াত থাকি আমি সুখেই পাইছোঁ। বৰ ভালে ভাবেই আছোঁ।'

'সুখী - - - এইটো কিন্তু বৰ ভাগ্যৰ কথা। সুখী হোৱাও

আন্তৰিক ঃ কাৰণ এইটো তোমাৰ যৌৱনৰ চালুকীয়া বয়স।' শেষৰ কথাখিনি কদিনে অলপ দুখ আৰু ঈৰ্ষা মিহলি সুৰতে কলে।

'আহ্, যৌৱন; যৌৱনত অকাৰণে যি পোৱা যায় তাক সচেতন-ভাবে আয়ত্ব কৰাই বিজ্ঞানৰ উদ্দেশ্য।' তেওঁ কলে।

নাটালিয়াই মনোযোগেৰে কদিনলৈ চালে। তেওঁ কদিনৰ কথা বুজি পোৱা নাছিল।

কদিনে কলে — 'গোটেই ৰাতিপুৱাটো তোমাৰ মা'ৰাৰ লগত কথা পাতিয়ে কটালোঁ। তোমাৰ মা' এগৰাকী অসাধাৰণ মহিলা। মই বুজিব পাৰিছোঁ কি কাৰণে এই দেশৰ কবিসকলে তেওঁৰ বন্ধুত্বক যথেষ্ট মূল্য দিয়ে। 'অলপ সময় মনে মনে থাকি কদিনে পুনৰ সুধিলে 'তুমি কবিতা ভাল পোৱানে?'

নাটালিয়াই মনতে ভাবিলে যে কদিনে তেওঁক পৰীক্ষা কৰিছে। কিন্তু মুখেৰে কলে 'হয় কবিতা মোৰ ভাল লাগে।'

'কাব্য হ'ল দেৱভাষা। মই নিজেও কবিতা ভাল পাওঁ। কিন্তু কবিতাৰ মাজতেই কাব্য সীমাবদ্ধ নহয়। কাব্য আমাৰ চাৰিওফালে সকলোতে বিৰাজমান। গছ-গছনি, আকাশ-বতাহ এই সকলোতে সৌন্দৰ্য্য আৰু জীৱনৰ প্ৰাণছন্দ। আৰু য'তেই এই সৌন্দৰ্য্য আৰু প্ৰাণ-ছন্দৰ প্ৰাচুৰ্য্য তাতেই কাব্য।' নাটালিয়াৰ মুখৰ ওপৰত চকু ৰাখি হাঁহি হাঁহি কদিনে কলে — 'মোৰ ভাব হৈছে, তুমি মোৰ লগত অলপ সহজ হলেই আমাৰ দুয়োৰে মাজত বন্ধুত্ব গঢ়ি উঠিব। নহয় জানো?'

'এওঁ মোক স্কুলীয়া সৰু ছোৱালী বুলি ভাবিছে।' নাটালিয়াই বাৰে বাৰে ভাবিলে কিন্তু মুখেৰে কি কব ভাবি নাপাই সুধি পেলালে যে কদিন এই ঠাইত আৰু কিছুদিন থাকিব নেকি?

'গোটেই গ্ৰীষ্মকাল আৰু শৰৎকালটো থাকিম। সম্ভৱতঃ শীত-কালটোও ইয়াতে কটাব লাগিব। তুমি বোধহয় জানিব পাৰিছা যে মই ধনী মানুহ নহওঁ। মোৰ সা-সম্পত্তিৰ ফালেও এটা দুখ-জনক অৱস্থা। তাৰ বাহিৰে মই ইঠাই-সিঠাই ঘূৰি ফুৰি অলপ

ভাগৰিও পৰিছেঁ। বৰ্ত্তমান মোৰ জিৰণিৰ সময়।'

তেওঁৰ কথা শুনি নাটালিয়া অলপ আচৰিত হ'ল। তেওঁ লাহেকৈ সুধিলে — 'আপুনি সচাঁকৈয়ে ভাবেনে যে আপোনাৰ জিৰণি লব লগা হৈছে?'

কদিনে তেওঁৰ সমুখত থিয় হৈ সুধিলে— 'তাৰমানে?'

নাটালিয়াই অলপ বিমূঢ়ভাবে উত্তৰ দিলে — 'তাৰমানে অন্য যিকোনো মানুহে জিৰণি লব পাৰে; কিন্তু আপুনি—আপুনি কাম কৰিব লাগিব, প্ৰয়োজনৰ উপযুক্ত হবলৈ চেষ্টা কৰিব লাগিব। আপুনি নহলে আন হবইবা কোন --

'তোমাৰ এই অভিমতৰ কাৰণে মই শলাগ লৈছেঁ।' কদিনে তেওঁৰ কথাত বাধা দি কলে। 'প্ৰয়োজনৰ উপযুক্ত হোৱাতো কোৱা সহজ।' মুখৰ ওপৰত হাতখন ফুৰাই লৈ পুনৰ দোহাৰিলে — 'প্ৰয়োজনৰ উপযুক্ত'। যদিহে মোৰ দৃঢ় বিশ্বাস থাকিলহেঁতেন যে মই যিকোনো উপায়েৰে 'প্ৰয়োজনৰ উপযুক্ত' হব পাৰেঁ। কিন্তু ক'ত মোৰ সেই আত্মবিশ্বাস! পামেইবা ক'ত এখন সেই বিশ্বাসী দৰদী হৃদয়!'

কদিনৰ এই অসহায় ভাবৰ বিষণ্ণতা দেখি নাটালিয়াই স্তম্ভিত হৈ মনে মনে ভাবিবলৈ ধৰিলে যে যোৱানিশা ৰুদিনৰ মুখেৰে যিবোৰ আশাভৰা আৰু উৎসাহপূৰ্ণ কথা তেওঁ শুনিছিল সেইবোৰ জানো সচাঁকৈয়ে তেওঁৰ নিজৰ কথা?

'কিন্তু, নাই। এই সকলোৱে নিৰৰ্থক।' কদিনে সিংহ সদৃশ চুলিকোছা পাছফালে জোকাৰি জোকাৰি কবলৈ ধৰিলে — 'তোমাৰ কথাই সচঁ। ধন্যবাদ নাটালিয়া আলেক্সিভনা! মই অন্তৰেৰে সৈতে তোমাক ধন্যবাদ দিছেঁ।' তেওঁ যে কিয় ধন্যবাদ দিলে নাটালিয়াই বুজিবই নোৱাৰিলে। কদিনে কৈ গ'ল — তোমাৰ এটা কথাই মোক মোৰ কৰ্ত্তব্যৰ কথা সোঁৱৰাই দিলে। মই মোৰ যোগ্যপথ বিচাৰি পাইছেঁ। এৰা মই কাম কৰিবই লাগিব। যদি কিবা প্ৰতিভা মোৰ ভিতৰত আছে তেনেহলে মই আৰু তাক

সুকুমাই নাবাখে।। অসাৰ, অপ্ৰয়োজনীয় গল্প শুনবৰ মহলা মাৰি মই মোৰ শক্তি আৰু ক্ষয় নকৰোঁ।।'

তেওঁৰ কথাবোৰ পৰ্ব্বতীয়া জুৰিৰ সোঁতৰ দৰে বাগৰি বাগৰি অবিৰাম ওলাই থাকিল। অলসতা, ভিকতা, কৰ্মৰ প্ৰয়োজনীয়তাৰ বিষয়ে সুন্দৰভাবে অসীম উৎসাহেৰে, আবেগ আৰু আত্মপ্ৰত্যয়ৰ দৃঢ়তাৰে তেওঁ কৈ গ'ল। আত্মভিৰকাৰৰ বোজা নিজৰ মূৰৰ ওপৰত জাঁপি ললে। তেওঁ কলে যে যিকোনো কাম কৰাৰ আগতে তাকে লৈ কিতাহি মৰা কথাটো পকাকলত কাইটেৰে বিন্ধাৰ দৰে অন্যায় কথা। তাৰ পৰা শক্তি আৰু বস ছুয়োটাৰে অপচয় হয়। তেওঁ শপত কাঢ়ি কলে যে সকলো মহান আদৰ্শৰ পাছত আছে মানুহৰ সহানুভূতি। যিসকলে নিজেই নাজানে, নিজে তেওঁ কি বিচাৰে, যিসকলে নিজৰ কথা আনক বুজিবলৈ নিদিয়ে, মানুহে তেওঁলোকক ভুল বুজে। ইত্যাদি কথা বহুসময় ধৰি কৈ কৈ নাটালিয়াক তেওঁ বিস্ময়াভিভূত কৰি তুলিলে। তাৰ পাছত নাটালিয়াৰ হাতত ধৰি পুনৰ ধন্যবাদ জনাই কলে—'নাটালিয়া তুমি সুন্দৰী, তুমি মহিয়সী।'

কদিনৰ এই অবাধ স্বাধীনতাই মেডাম বনকাৰ্টক অলপ ক্ষুণ্ণ কৰিলে। সুদীৰ্ঘ চল্লিশ বছৰ তেওঁ কছিয়াত কটাইছে যদিও বহু চেষ্টা আৰু কষ্টৰ ফলত কোনোমতেহে তেওঁ কচ ভাষা বুজিব পৰা হৈছে। ৰুদিনৰ কথা কোৱাৰ ক্ষিপ্ৰতা আৰু অপৰূপ ভঙ্গীমাই তেওঁক মুগ্ধ কৰিলে। তেওঁৰ চকুত ৰুদিন হ'ল এজন শিল্প বিশাৰদ বা অভিনেতাৰ দৰে। আৰু তেওঁ বাৰুকৈয়ে বুজিলে যে এই ধৰণৰ মানুহৰ পৰা কাচিৎহে সৌজন্য আশা কৰা যায়। তেওঁ বহাৰ পৰা উঠি সাজ-পাৰ পৰিপাটি কৰি লৈ ওকোন্দা মুখেৰে নাটালিয়াক ঘৰলৈ ঘূৰি যোৱাৰ সময় হোৱা বুলি সোঁৱৰাই দিলে। বিশেষকৈ সোঁৱৰাই দিলে যে ভলিণ্টচেভ আহিব তেওঁলোকৰ লগত দেখা কৰিবলৈ। তাৰপাছত ধৰৰ পদূলিলৈ যোৱা বাটৰ কাষে আঙুলিয়াই কৈ উঠিল - 'সৌৱা, তেওঁ আহিছেই।' সঁচাকৈয়ে ভলিণ্টচেভ ধীৰ পদক্ষেপেৰে তেওঁলোকৰ ফালে আগবাই আহিবলৈ

ধৰিছে। অলপ দূৰৰ পৰাই তেওঁ সকলোকে সু-প্ৰভাত জনালে আৰু নাটালিয়াৰ ওচৰলৈ গ'ল। তেওঁৰ মুখত যেন এটা ব্যথিত ভাব ফুটি উঠিছে। তেওঁ নাটালিয়ালৈ চাই সুধিলে — 'অ', তুমিও ফুৰিছিলা?'

'হয়,' নাটালিয়াই কলে। 'এইয়া আমি ফিৰি যাবলৈ ওলাইছোৱেই।'

'বেচ,' ভলিণ্টচেভে কলে। 'ব'লা, তেনেহলে আমি ভিতৰলৈ যাওঁ।'

সকলোৱে ঘৰৰ ফালে আগবাঢ়িল। ৰুদিনে ভলিণ্টচেভৰ ওচৰলৈ গৈ সুধিলে — 'আপোনাৰ ভনীয়েকৰ ভালতো?' তেওঁৰ মাতত যেন এটা মৰমসনা সুৰ। যোৱানিশা তেওঁ ভলিণ্টচেভৰ লগত বৰ আন্তৰিকভাৱে কথা পাতিছিল।

'ধন্যবাদ, তেওঁ ভালেই আছে। আজি ইয়ালৈ তেওঁ আহিব পাৰে। মই অহা সময়ত আপোনালোকে কিবা বিষয়লৈ আলোচনা কৰি আছিল, নহয় জানো?'

'হয়, নাটালিয়া আলেক্সিভনাৰ লগত খুব মনোগ্ৰাহী এটা আলোচনাত মই ব্যস্ত আছিলোঁ। তেওঁৰ এটা কথা মোৰ অন্তৰত বাৰুকৈয়ে লাগিল।'

ভলিণ্টচেভে কথাটো কি তাক পুনৰ সুসুধিলে; আৰু সকলোৱে মনে মনে লাচুনস্কায়াৰ ঘৰলৈ বুলি উভতিল!

• •

দুপৰীয়াৰ আহাৰ খোৱা সময়ৰ আগতে সকলোৱে তাত সমবেত হ'ল। পিগাচভ অহা নাই। ৰুদিনৰ মনটোত যেন মৰা মৰা ভাব। তেওঁ পেণ্ডেলভস্কিক বিথোভেনৰ সুৰ এটা বজাবলৈ বাৰে বাৰে অনুৰোধ কৰিলে। ভলিণ্টচেভ নীৰৱে তলমুৰাহৈ বহি থাকিল। নাটালিয়াই মাকৰ কাষৰ পৰা এবাৰো নুঠিল। তেওঁ কেতিয়াবা

ভাবয়ানৰ অটল-গৰ্ভত বুৰি যায় আৰু কেতিয়াবা চিলাইত মন দিয়ে। কান্তিকতে ৰুডিনৰ মুখেৰে পাণ্ডিত্যপূৰ্ণ ভাষণ শুনাৰ আশাৰে ৰুডিনৰ মুখৰ ফালে অপলক দৃষ্টিৰে চাই আছে। এইদৰে এটা বিৰক্তিকৰ পৰিস্থিতিৰ ভিতৰেদি তিনিঘণ্টা সময় অতিবাহিত হৈ গ'ল। লিপিনা সেইদিনা আহিল। খোৱা হলত টেবিলৰ পৰা যেতিয়া আটায়ে উঠিল তেতিয়া ভলিণ্টচেভে গাড়ী উলিয়াবলৈ গাৰোৱানক হুকুম দিলে আৰু কাকো বিদায় সম্ভাষণ নজনোৱাকৈ ওলাই গুচি গ'ল।

ভলিণ্টচেভৰ অন্তৰ ভাৰাক্ৰান্ত হৈ পৰিছে। বহুদিনৰ পৰা তেওঁ নাটালিয়াক ভালপায়। কিন্তু মনৰ কথা জানিবলৈ দিয়া সুযোগ তেওঁ পোৱা নাই। নাটালিয়াইও তেওঁক প্ৰীতিৰ চকুৰে চায়। কিন্তু অন্তৰৰ কোনো সঁহাৰি নাই। ভলিণ্টচেভে ভালকৈয়ে বুজি পাইছে যে নাটালিয়াৰ মনত প্ৰেমৰ কোমল অনুভূতিৰ পৰশ তেওঁ জগাব পাৰিব বুলি আশা নাই। তেওঁ সেই শুভ মুহূৰ্তলৈ অপেক্ষা কৰি থাকিল — যিদিনা নাটালিয়া তেওঁৰ ওচৰলৈ সহজ সৰল ভাবে আহি হৃদয়ৰ স্বাভাৱিক আকৰ্ষণত তেওঁৰ প্ৰতি আকৃষ্ট হৈ পৰিব। তেনেহলে তেওঁ ইমান বিচলিত হোৱাৰ কি কাৰণ থাকিব পাৰে। এই দুদিনত নাটালিয়াৰ কি পৰিবৰ্তন তেওঁ দেখিছে! নাটালিয়াইতো তেওঁক আগৰ নিচিনাই ব্যৱহাৰ কৰিছে - - -। হয়তো নাটালিয়াৰ চৰিত্ৰ তেওঁ এতিয়াও বুজিব পৰা নাই — এই চিন্তাতেই তেওঁ ইমান কাঁতৰ হৈছে নাইবা ভবিষ্যতৰ কাৰণে মনত কিবা এটা অমঙ্গলৰ ভাবে ঠাই লৈছে। যি কাৰণেই নহওঁক, ভলিণ্টচেভে ৰৰকৈ মানসিক অশান্তিও ভুগিছে। তথাপি মনক নানা ধৰণৰ যুক্তিৰে বুজাবলৈ তেওঁ চেষ্টা কৰিছে।

'আজি ইমান সোনকালে আহিল যে?' লিপিনাই সুধিলে।

'এনেয়ে, কাৰণ মোৰ ভাল লগা নাই।'

'কদিন আছিলনে নাই?'

'আছিল।'

'ভলিণ্টচেভে টুপীটো দলি মাৰি থৈ বহিল। ভলী[illegible]ৰ

আগ্রহেৰে তেওঁৰ ওচৰলৈ আহি কলে — 'চেৰণেই ! কাৰ্লিয়ে অতিশয় চতুৰ আৰু খ্যাতি সম্পন্ন বক্তা সেইটো এই শ্ৰেণী মানুহজনক প্ৰত্যয় নিওৱাত মোক তুমি সহায় কৰা ।' সেজনেতলৈ আঙুলিয়াই তেওঁ কলে ।

ভলিপ্টচেভে মুখৰ ভিতৰতে কিবা এটা কলে । তেতিয়া সেজ-নেভে কলে — 'এই বিষয়ে কোনো প্ৰশ্ন নাই । কদিন ভাড্ৰৌয়াৰ বুদ্ধি আৰু বাগ্মীতাত মোৰ সন্দেহ নাই । মই কেৱল কৈছোঁ যে মানুহজনক মই ভাল নাপাওঁ ।'

ভলিপ্টচেভে সুধিলে — 'আপুনি জানো তেওঁক লগ পাইছে ?'

'আজি বাস্তিপুৰা মেডাম লাচুনস্কায়াৰ ঘৰত তেওঁক মই দেখিলোঁ । আজিকালি তেওঁ লাচুনস্কায়াৰ প্ৰধান মন্ত্ৰণাদাতা আৰু ইতিমধ্যে ঘৰৰ সকলোৰে ওপৰত তেওঁৰ প্ৰভাৱ পৰিছেই । কিন্তু এনেকুৱা এদিন আহিব যিদিনা মেডামে কদিনক বিদায় দিব । কিন্তু পেণ্ডেলেভস্কিকহে তেওঁ বিদায় নিদিব । মোলৈ আঙুলিয়াই দেখুৱাই যেতিয়া লাচুন-স্কায়াই তেওঁক কৈছিল যে 'এয়া চাওঁক, আমাৰ ইয়াত এওঁ কেনেকুৱা এজন অস্বাভাবিক প্ৰকৃতিৰ মানুহ :' তেতিয়া তেওঁ তাত বহি আছিল । মইতো তেওঁৰ দৌৰ-প্ৰতিযোগিতাৰ ঘোঁৰা নহয় যে দৌৰি বা জপিয়াই দেখুৱাবলৈ পৰিদৰ্শনৰ বাবে সাজু থাকিব লাগিব । সেয়ে মই সময় নষ্ট নকৰি ভাবপৰা ততালিকে গুচি আহিলোঁ ।'

'তালৈকে আপুনি গ'লেইবা কিয় ?'

'মাটিবাৰীৰ সীমা নিৰ্দ্ধাৰণ সম্পৰ্কীয় এটা কথাৰ বাবে তেওঁ মোক তালৈ মাতিছিল । কিন্তু সেইটো মিছা অজুহাত । কেৱল মোৰ মুখখন কেনে তাক চোৱাই আছিল তেওঁৰ উদ্দেশ্য । ধনী তিৰোতা এজনীৰ মনৰ চঞ্চলতাৰ বাহিৰে ই আৰু একো নহয় ।'

দিদিনাই গভীৰ আবেগেৰে তেওঁক কলে — 'এইটো তেওঁৰ অসাধাৰণ ব্যক্তিত্বৰ বাহিৰে একো নহয় — যিহে আপোনাক ক্ষিপ্ত কৰি তুলিছে ; যিহৰ কাৰণে তেওঁক আপুনি ক্ষমা কৰিব পৰা নাই । আৰু মই নিশ্চিত যে তেওঁৰ অন্তৰখনৰ দৰে মনটোও অতি ভাল ।

তেওঁৰ চকুযুৰিলৈ চাব' যেতিয়া তেওঁ - - - - - -'

'উইলিয়মৰ কথা কবলৈ ধৰে।' লেজনেভে লিপিনাৰ শেষৰ কথাখিনি তুলি ধৰিলে।

লিপিনাই কলে — 'আপুনি মোৰ খং তুলিছে, মই কান্দি পেলাম। মই সচাঁকৈয়ে দুঃখিত যে মেডাম দাচুলস্কায়াৰ ঘৰলৈ নগৈ মই আপোনাৰ লগত বহি আছোঁ। আপুনি মোৰ সদৰ অনুপযুক্ত। মোৰ আৰু খং নুতুলিব।' কান্দোনৰ সুৰেৰে লিপিনাই কলে। 'ৰুদিনৰ ডেকা জীৱনৰ কথা কওঁক।'

'ৰুদিনৰ ডেকা জীৱনৰ কথা?'

'কিয় আপুনি নকৈছিল যে আপুনি তেওঁক ভালকৈ জানে আৰু কেবাবছৰৰো চিনাকী?'

লেজনেভ বহাৰ পৰা উঠিল আৰু কোঠাৰ ভিতৰতে তহল দি দি কৰলৈ আৰম্ভ কৰিলে — 'হয়, মই তেওঁক জানোঁ। তেওঁৰ ডেকাজীৱনৰ কথা তুমি মোক সুধিছা? ভাল কথা, শুনা তেনেহলে। টি প্ৰদেশৰ সাধাৰণ মাটিগিৰি পৰিয়াল এটাত তেওঁৰ জন্ম। সকতে তেওঁৰ দেউতাক ঢুকায় আৰু একমাত্ৰ বিধৱা মাকৰ সৈতে তেওঁ থাকে। মাক আছিল স্নেহময়ী। তেওঁক অতি আদৰ যত্নেৰে তুলি তালি ডাঙৰ কৰিছিল। তেওঁ যঁৱৰ আটাৰ সাধাৰণ খাদ্যৰ বাহিৰে আন একোৱে নাখাইছিল। যিখিনি পাই-পইচা আছিল তাক ৰুদিনৰ লগতে ভাঙিছিল। প্ৰথমে ৰুদিনে এজন খুৰাকৰ সহায়ত মস্কোত পঢ়িছিল। তাৰপাছত যেতিয়া তেওঁ ডাঙৰ হ'ল খৰচ বাঢ়িল। তেতিয়া এগৰাকী ধনী ৰাজকুমাৰে তেওঁৰ পৃষ্ঠপোষকতা কৰিলে, অ' ক্ষমা কৰিবা, তেওঁৰ বন্ধুত্ব ৰুদিনে আদায় কৰিলে। তাৰপাছত আহিল বিশ্ববিদ্যালয়লৈ। তাতেই মই তেওঁক লগ পাওঁ আৰু আমাৰ বন্ধুত্ব গঢ়ি উঠে। আমাৰ সেই জীৱনৰ কথা তোমাক অন্য এদিন কম — আজি নহয়। তাৰপাছত তেওঁ বিদেশলৈ গ'লগৈ।'

লেজনেভে কোঠাৰ ভিতৰত তহল দিবলৈ ধৰিলে। লিপিনাৰ চকুৰ চাৱনি তেওঁৰ পাছে পাছে ঘূৰি থাকিল।

'বিদেশৰ পৰা কদিনে মাকলৈ কেম্ব্রিজবাহে চিঠি-পত্র দিছিল।
এবাৰ মাত্র দহদিন মানৰ কাৰণে তেওঁ আহি মাকক চাই গৈছিলহি।
একমাত্র সন্তানৰ অনুপস্থিতিত তেওঁৰ মাকে অপৰ মানুহৰ মাজতে মৃত্যু
বৰণ কৰিলে। শেষ নিশ্বাসৰ আগমুহূর্তলৈ তেওঁৰ সেই একমাত্র
সন্তানৰ ছবিখনিলৈ অনিমেষে চাই আছিল। টি প্রদেশত থকা কালত
মই মাজে সময়ে তালৈ গৈছিলোঁ। সেই মৰমিয়াল অতিথিপৰায়ণা
মহিলা গৰাকীয়ে মোক চেৰীৰ আচাৰ খাবলৈ দিছিল, আৰু কিমান
যে আদৰ কৰিছিল। কদিনক তেওঁ মৰম কৰিছিল অত্যন্ত প্রাণভৰি।
মানুহে কয় যে যিসকল মৰম আকলুৱা তেওঁলোকক আমি মৰম
কৰোঁ। কিন্তু মই ভাবোঁ সকলো মাকেই তেওঁৰ সন্তানক প্রাণ-
ভৰি ভালপায় — বিশেষকৈ যেতিয়া চেনেহী মাকৰ সন্তান থাকে
বহু দূৰত। তাৰপাছত বিদেশতো কদিনৰ লগত মই লগ হৈছোঁ।
আমাৰ লগত একেলগে পঢ়া, যৌৱনে ভাটি দিয়াত বয়সৰ আচোৰ
লাগি আকর্ষণ বিহীন হৈ পৰা পাণ্ডিত্যাভিমানিনী নাৰী এগৰাকী
কদিনৰ প্রতি আকৃষ্টা হৈ পৰিল। বেচ কিছুদিন ভোগ-সম্ভোগৰ মাজেৰে
কটাই পাছত তেওঁক এৰি দিলে, মানে, ক্ষমা কৰিবা, মহিলাগৰা-
কীয়ে কদিনক এৰি দিলে। একে সময়তে মোৰ লগতো এৰা-এৰি
হ'ল। কথা ইমানেই।' লেজনেভৰ কথা বন্ধ হ'ল। কপালত
হাতখন ফুৰাই ভাগৰ লগাৰ নিচিনাকৈ এখন আৰামী চকীত বহি
পৰিল।

'আপুনি জানেনে লেজনেভ ডাঙৰীয়া,' লিপিনাই আৰম্ভ
কৰিলে, 'আপুনি এজন বেয়া মানুহ। পিগাচভতকৈ কোনোগুণে
ভাল নহয়। মই বিশ্বাস কৰিছোঁ যে আপোনাৰ কথা সত্য আৰু
কোনো কথা বঢ়াই কোৱাও নাই। কিন্তু কি নির্মমভাবে যে এই
কাহিনীটো আপুনি নকলে! সন্তাপিত বুঢ়ী মাক, সন্তানৰ প্রতি
অকৃত্রিম মমতা, অকলশৰীয়া অৱস্থাত তেওঁৰ মৰণ আৰু বিদেশৰ
সেই বিগতা-যৌৱনা মহিলা — এই আটাইবোৰ বর্ণনা কিয় বাৰু
এনেদৰে ক'লাকৈ আঁকি দেখুৱাইছে? ভালভাবৰ কোনো একো

যোগ নকৰি মহাপুৰুষসকলৰ জীৱন কাহিনীও আপুনি এনেদৰে কলংকিত কৰিব পাৰে। কিন্তু আপুনি মনত ৰাখিব – ইয়াত সকলোৱে মৰ্ম্মাহত হব। ইওঁ এটা কুৎসা।'

লেজনেভ থিয় হৈ [illegible] পদক্ষেপেৰে তহল দি কৰলৈ ধৰিলে – 'তোমাক এইখিনি কষ্ট দিবলৈ মোৰ ইচ্ছা নাছিল। প্ৰকৃততে মই নিন্দুকো নহওঁ।' অলপ পৰ ভাবি লৈ তেওঁ আৰু কৈ গ'ল –– 'তুমি কোৱা কথাৰ ভিতৰত কিছু সত্যতাও আছে। কদাচিৎ মই নিন্দা কৰা নাই। কিন্তু কোনে জানে — তেতিয়াৰ পৰা হয়তো তেওঁ সলনি হৈ যাবও পাৰে। হয়তো মই তেওঁৰ প্ৰতি অবিচাৰ কৰিছোঁ।'।

'অ', তেনেহলে ইমান সময়ে কথাটো উপলব্ধি কৰিব পাৰিছে। আপুনি প্ৰতিজ্ঞা কৰক যে আপুনি আকৌ তেওঁৰ লগত ঘনিষ্ঠ হব, তেওঁক ভালকৈ জানি লব আৰু তাৰ পাছত তেওঁৰ বিষয়ে চূড়ান্ত অভিমত মোক আপুনি জনাব।'

'যেনেকৈ তুমি সন্তুষ্ট হোৱা। কিন্তু ভলিণ্টচেভ্‌! আপুনি যে মনে মনে আছে।'

ভলিণ্টচেভে চমকি উঠি মূৰটো থিয় কৰিলে যেন এইমাত্ৰ তেওঁৰ টোপনি ভাঙিল।

'মই কেনেকৈ কম? মই তেওঁক নিচিনো। আৰু তাৰ বাহিৰেও মোৰ মূৰটো খুব কামুৰিছে।' ভলিণ্টচেভে কলে।

'তোমাক আজি ইমান নিস্তেজ দেখা গৈছে কিয়? তোমাৰ কিবা অসুখ কৰিছে নেকি?' ভনীয়েক লিপিনাই সুধিলে।

'মূৰ কামুৰিছে।' ভলিণ্টচেভে উত্তৰ দিলে আৰু কোঠালিৰ পৰা ওলাই গুচি গ'ল।

মেডাম লিপিনা আৰু লেজনেভে কিছুপৰ ভলিণ্টচেভ যোৱাৰ ফালে চাই থাকিল; তাৰপাছত ইজনে সিজনলৈ চাই দৃষ্টি বিনিময় কৰিলে। কিন্তু মুখেৰে কোনেও একো নকলে। ভলিণ্টচেভৰ অন্তৰ কিহে হেঁচি ধৰিছে তাক তেওঁলোকৰ এজনেও নজনাকৈ থকা নাই'।

— x —

# ষষ্ঠ অধ্যায়

দুমাহবো বেছিদিন পাৰ হৈ গ'ল। এই সময়খিনিৰ ভিতৰত কদিনে মেডাম লাচুনক্কায়াৰ ঘৰৰ পৰা ক'লৈকো যোৱা নাই। কদিনক এৰি তেওঁ থাকিব নোৱাৰে। তেওঁৰ কথা কদিনক কোৱা আৰু কদিনৰ বক্তৃতাবহুল কথা শুনা তেওঁৰ নিতান্ত আৱশ্যক হৈ পৰিছে। এবাৰ কদিনে তেওঁৰ টকা-পইচা শেষ হৈ অহা বুলি কৈ তাৰপৰা যাবলৈ বিচৰাত তেওঁ বৰুদিনক পাচশ ৰুবল ধাৰলৈ দিলে। বৰুদিনে আৰু দুশ ৰুবল ভলিণ্টচেভৰ পৰাও ললে।

পিগাচভ এতিয়া আৰু মেডাম লাচুনক্কায়াৰ ঘৰলৈ প্ৰায়ে নাহে। কদিনৰ উপস্থিতিয়ে যেন তেওঁক নিঃশেষ কৰি দিলে। পিগাচভ কেৱল নিস্প্ৰভ হৈয়ে গ'ল এনে নহয়, তেওঁ মুখেৰেও কবলৈ নেৰিলে যে সেইবোৰ সাধু-সন্ন্যাসীক তেওঁ ভাল নাপায়। তেওঁৰ কথাবোৰ কৃত্ৰিমতাৰে ভৰা, যেন তেওঁ কচ-জীৱনৰ বিষয়ে লিখা উপন্যাসৰ এটি চৰিত্ৰহে। 'মই' শব্দটো উচ্চাৰণ কৰি তেওঁ নিজে নিজে অভিভূত হৈ পৰে আৰু 'মই মই' বুলি কেইবাবাৰো একে শব্দকে ব্যৱহাৰ কৰে। তেওঁৰ কথাত আপুনি যদি হাঁহে তেওঁ আপোনাৰ ওপৰত জপিয়াই পৰিব; আৰু আপোনাক কব যে আপুনি কান্দিবহে লাগিছিল, হাঁহিলে কিয় ? যদি তেওঁ আপোনাক প্ৰশংসা কৰে তেন্তে এই প্ৰশংসা হব যেন এটা চাকৰিৰ উন্নতিৰ ঘোষণাহে। যেতিয়া তেওঁ নিজকে তিৰস্কাৰ কৰিবলৈ ধৰে তেতিয়াও তেওঁৰ কোনো অৱসাদ নাই। দিনৰ পোহৰৰ দৰে বাস্তৱ সত্যৰ সন্মুখীন হোৱাৰ সাহস তেওঁৰ নাই বুলিয়ে ধৰি লব পাৰি। তেনে কোনো সাহস তেওঁৰ নাই। যেনিবা এগিলাচ কটদেশীয় 'বিটাৰ' পান কৰি

তেওঁ উত্তেজিত হৈ উঠিছে।

পেণ্ডেলেতকি কদিনৰ অৱস্থা দেখি একেবাৰে আচৰিত হৈ পৰিল আৰু অতি ব্যগ্রভাবে তেওঁৰ প্রতি আগ্রহশীল হ'ল। কদিনৰ লগত ভলিন্টচেভৰ সম্পর্ক হ'ল এক বিশেষ ধৰণৰ। কদিনে তেওঁক 'পালাহাদ' বুলি মাতে; আগত তথা পাছতো তেওঁৰ গুণানুকীর্তন কৰে। কিন্তু সেয়ে তেওঁক ভলিন্টচেভৰ প্রিয়ভাজন কৰিব নোৱাৰিলে। বৰঞ্চ ভলিন্টচেভৰ উপস্থিতিত বুদিনে যশ-গুণ গোৱা শুনিলে তেওঁ বাৰুকৈয়ে অধৈর্য্য আৰু বিৰক্ত হৈ উঠে। 'তেওঁ মোক হাঁহিয়াতৰ পাত্র কৰিব বিচাৰিছে নেকি?'— ভলিন্টচেভে ভাবে আৰু লগে লগে তেওঁৰ অন্তৰত বিদ্রোহৰ ভাব জাগি উঠে। নিজৰ কথাৰ উপৰিও নাটালিয়াৰ সম্পর্কতে তেওঁ বুদিনৰ প্রতি ইর্ষান্বিত হৈ পৰিছে। আনহাতে বুদিনে যদিও ভলিন্টচেভক ভুৰি ভুৰি প্রশংসা কৰে, তেওঁৰ পৰা টকা পইচাও ধাৰে লৈছে বা তেওঁৰ লগত বন্ধুত্ব পতাৰো আয়োজন কৰিছে তথাপিও যেন তেওঁ কেতিয়াও ভলিন্টচেভৰ লগত বন্ধুত্বৰ-ডোলেৰে বান্ধ খাই পৰা নাই। যেতিয়া প্রয়োজনে বন্ধুত্বৰ আচৰণেৰে কৰমর্দ্দন কৰে আৰু ইজনে সিজনৰ চকুলৈ চায় তেতিয়াও প্রয়োজনে আচলতে কি অনুভৱ কৰে তাক কোৱা টান।

বাচিস্তভে কদিনক সদায় শ্রদ্ধা কৰে: আৰু তেওঁৰ মুখৰ কথা শুনিবলৈ ব্যগ্র হৈ থাকে। কদিনে কিন্তু তেওঁৰ প্রতি কমেইহে মনযোগ দিয়ে। এদিন তেওঁ পৃথিবীৰ জটিল ঘটনা আৰু সমস্যাবোৰৰ বিষয় আলোচনা কৰি গোটেই ৰাতিপুৱাটো অতিবাহিত কৰিলে, আৰু বাচিস্তভৰ মনত যথেষ্ট উৎসাহ উদ্দীপনাবো সৃষ্টি কৰিলে। কিন্তু তাৰ পাছতে পুনৰ তেওঁৰ প্রতি অমনোযোগী হৈ পৰিল। বাহ্যিকভাবে কেৱল মাথোঁ কথাতহে কদিন যেন পবিত্র আৰু নিষ্ঠাবান আত্মাৰ সন্ধানত ব্যস্ত। মেডাম লাচুনস্কায়াৰ ঘৰলৈ অহা-যোৱা কৰা লেজনেভৰ লগত বুদিনে কেতিয়াও কোনো ধৰণৰ আলোচনা নকৰে; আনকি তেওঁৰ উপস্থিতিও যেন বুদিনৰ বাবে অবাঞ্চনীয়। লেজনেভো বুদিনৰ প্রতি উদাসীন। সেয়ে হলেও লেজনেভে বুদিনৰ বিষয়ে কোনো

চূড়ান্ত অভিমত এতিয়ালৈ ব্যক্ত কৰা নাই। কিন্তু মেডাম ত্ৰিপিনাই হ'লে লেজনেভৰ এনে ব্যৱহাৰ মধুৰি ভাল পায়। তেওঁ, কদিনৰ প্ৰশংসাত গদ্ গদ্ আৰু লেজনেভৰ ওপৰতো আস্থা তেওঁৰ গভীৰ।

লাচুনস্কায়াৰ পৰিয়ালৰ আটাইবোৰে কদিনৰ খেয়ালি স্বভাৱৰ লগত মিলি গ'ল আৰু সেয়েহে তেওঁৰ সামান্যতম অভিলাষো পূৰ্ণ হ'ল। দিনটোৰ কাৰ্য্যসূচী সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে ৰুদিনৰ ইচ্ছাৰ ওপৰতে। তেওঁ নহলে কোনোধৰণৰ আমোদ সমাবেশো অনুষ্ঠিত নহয়। পূৰ্ব্ব-প্ৰস্তুতি মোহোৱা সৰু সুৰা ভ্ৰমণ নাইবা আমোদ-প্ৰমোদৰ অনুষ্ঠানত কদিনেও যোগ দিয়ে— এজন বয়স্ক মানুহে ল'ৰা-ছোৱালীৰ খেল-ধেমালিত দয়াপৰবশ হৈ যোগ দিয়াৰ দৰেহে। কিন্তু তেওঁৰ নম্ৰতাৰ মাজতো সামান্য বিৰক্তিৰ ভাব এটা যেন ফুটি উঠে। আনহাতে ব্যৱহাৰিক সকলো ক্ষেত্ৰতে তেওঁ যথেষ্ট আগ্ৰহশীল। পামখনৰ পৰিচালনা, ল'ৰা-ছোৱালীৰ তত্বাৱধান, ঘৰুৱা সমস্যাৱলী আৰু অন্যান্য সাধাৰণ বিষয়বোৰ সম্পৰ্কে ৰুদিনে বেচ আগ্ৰহেৰে মেডাম লাচুনস্কায়াৰ লগত আলোচনা কৰে। তাৰোপৰি লাচুন-স্কায়াৰ পৰা আঁচনিসমূহৰ কথা শুনি তাৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ কথাবোৰ তেওঁ অতি সুক্ষ্মভাবে বিচাৰ কৰি চায়; আৰু সেইবোৰৰ সংস্কাৰ বা পৰিবৰ্ত্তনৰ পৰামৰ্শ আগবঢ়ায়। তাৰবাবে লাচুনস্কায়াই তেওঁক মৌখিক-ভাবে প্ৰশংসা কৰিয়ে ক্ষান্ত থাকে। ব্যৱসায়ীক ক্ষেত্ৰত তেওঁ সৎ স্বভাৱী, সুচতুৰ, একচকুৱা ইউক্ৰেণবাসী কাৰ্য্যাধ্যক্ষৰ পৰামৰ্শ অনু-যায়ীহে কাম কৰে। দাঁত কামুৰি ধৰি একমাত্ৰ চকুটোৰে নিমিষ কাঢ়ি কাঢ়ি কাৰ্য্যাধ্যক্ষই সচৰাচৰ কোৱা শুনা যায় — 'বুঢ়া ঘোঁৰাই সবাতোকৈ বেছি জানে।'

মেডাম লাচুনস্কায়াৰ পাছতে নাটালিয়াত বাহিৰে কদিনে কেতিয়াও আন কাৰো লৈতে ইমান সঘনে আৰু ইমান দীঘলীয়াকৈ কথাবতৰা নহয়। তেওঁ যেতিয়াই তেতিয়াই যেনি তেনি কিতাপকেইখন নাটালিয়াৰ ওচৰলৈ লৈ আহে; তেওঁৰ জীৱনৰ উচ্চ অভিলাষবোৰৰ কথা নাটালিয়াক খুলি কয়। ভবিষ্যত সম্বন্ধে লিখা তেওঁৰ ৰচনাৱলী

ৰং, প্ৰাপি চাই থকা চকুযুৰিত তেওঁৰ [illegible], হয় [illegible] আৰু সৌন্দৰ্য্যেশ্বৰ্যপূৰ্ণ দৃশ্যবোৰ — যিবোৰ বৰ্ণিলে কিতাপৰ পাত লুটিয়াই লুটিয়াই তেওঁৰ আগত দাঙি ধৰে। তেওঁৰ মনটো স্নায়ে কিছুমান নতুন আৰু স্পষ্ট ধাৰণা, কিছুমান মনোমুগ্ধকৰ অনুভূতি — স্রোতস্বতী নিজৰাৰ সুললিত সুৰ ধ্বনিত হয় তেওঁৰ অন্তৰাত্মাত, এক অনাবিল আনন্দ আৰু গভীৰ আবেগত — তেওঁৰ হৃদয় কঁপি উঠে আৰু ধীৰে ধীৰে ভাবাবেগৰ পবিত্ৰ কিৰিঙতিবোৰ প্ৰজ্বলিত হৈ একুৰা প্ৰকাণ্ড অগ্নিশিখাৰ সৃষ্টি কৰে।

খিৰিকীৰ ওচৰত বহি নাটালিয়াই এবাৰ সুধিলে — 'কওঁক, আপুনি শীঘ্ৰে কালটো পিটাৰ্চবাৰ্গতে কটাব বুলি ভাবিছে হবলা, নহয় জানো?'

পাত লুটিয়াই থকা কিতাপখন আঁঠুলৈ নমাই নিলে ৰুদিনে আৰু উত্তৰ দিলে — 'সেই বিষয়ে মই এতিয়া একো কব নোৱাৰোঁ। যদি টকা-পইচা যোগাৰ হয় তেতিয়া হলে থকাৰ চেষ্টা কৰিম।' বাতিপুৱাৰ পৰা বৰ ক্লান্ত আৰু অলস হৈ থকাৰ বাবে উদাসীনভাবে তেওঁ এনেদৰে কলে।

'মই ভাবো যে অৰ্থ সংগ্ৰহত আপুনি বিফল নহয়।'

ৰুদিনে মূৰ জোকাৰিলে। 'তুমি হয়তো এনেকৈয়ে ভাবা।' তেওঁ একলীয়াকৈ এটি অৰ্থপূৰ্ণ দৃষ্টি নিক্ষেপ কৰিলে।

নাটালিয়াই কিবা কব খুজিলে, কিন্তু নিজকে সংযত কৰি আৰু একো নকলে।

খিৰিকীৰ ফালে আঙুলিয়াই ৰুদিনে নাটালিয়াক কলে — 'সৌ আপেল গছজোপা দেখিছানে? চোৱা, নিজৰ প্ৰচুৰ ফলৰ ভৰ সহিব নোৱাৰি গছজোপা ভাঙি পৰিছে। স্বাভাৱিক শক্তিৰ ই্যে আচল প্ৰতীক।'

'ধাৰণ কৰা আশ্ৰয়ৰ অভাৱত ই ভাঙি গ'ল। প্ৰত্যুত্তৰত নাটালিয়াই কলে।'

'নাটালিয়া আলেক্সিভ্‌না! মই এইয়া বুজোঁ, কিন্তু মানুহৰ

ক্ষেত্ৰত আশ্ৰয় বিচাৰি উলিওৱাতো সহজ নহয়'

'মানৱ সহানুভূতি - - - - কোনো ক্ষেত্ৰতে - - - - অকল্পনীয়া অৱস্থা - - - -' লাজ আৰু কিবা যেন অসুবিধাই কথাখিনি কণ্ঠতে নাটালিয়াক হেঁচি ধৰিছে। অপ্ৰত্যাশিত কথাৰ গতি সলনি কৰি তেওঁ কলে— 'শীতকালত পাৰ্তত আপুনি আৰু কি কৰিব ?'

'মই কি কৰিম ! জীৱন আৰু কলাৰ শোকাবহ অৱস্থাৰ ওপৰত লিখিবলৈ লোৱা দীঘলীয়া ৰচনাখন লিখি উলিয়াম, যিখনৰ আঁচনিটো তোমাক মই সৌ সিদিনা দেখুৱাইছিলোঁ। আৰু সেইখন মই তোমালৈ পঠাই দিম।'

'ৰচনাখন আপুনি প্ৰকাশ কৰিব নেকি ?'

'নকৰো।'

'যদি নকৰে, তেনেহলে কাৰবাবে বা কিহৰ বাবে আপুনি ইমান কষ্ট কৰিছে ?'

'তোমাৰ বাবে।'

নাটালিয়াই চকুযুৰি তললৈ নমালে আৰু কলে 'ই হব এটি মহৎ ত্যাগ।'

অলপ আঁতৰত বহি থকা বাচিন্তভে সংকোচভাবে সুধিলে — 'ৰচনাখনৰ বিষয়-বস্তু সম্পৰ্কে আপোনালোকে কি কলে ?'

ৰুদিনে পুনৰ দোহাৰিলে— 'জীৱন আৰু কলাৰ শোকাবহ অৱস্থা। মচিঞে বাচিন্তভেও সেইখন পঢ়িবলৈ পাব। কিন্তু এতিয়ালৈ মই ইয়াৰ মূলভাবটোকে জুকিয়াই লব পৰা নাই। প্ৰেমৰ শোকাবহ পৰিণতি সম্পৰ্কে মই নিজেই স্পষ্ট ধাৰণা এটা পোষণ কৰিবলৈ সক্ষম হোৱা নাই।'

প্ৰেমৰ বিষয়ে ৰুদিনে সঘনে আৰু সহজে বক্তব্য দাঙি ধৰিলে। মেজাইৰ্চেল বনকাৰ্ট প্ৰথমে প্ৰেম শব্দটো শুনি ৰণ-শিঙাৰ শব্দ শুনি যুদ্ধৰ ঘোঁৰাই কাণ থিয় কৰাৰ দৰে সচকিত হৈ উঠিল। কিন্তু পিছত শুনি শুনি অভ্যস্ত হৈ পৰিল আৰু প্ৰেমৰ কথা শুনিলেই 'আঃ' 'উঃ' বেকেটাই নাক কোঁচাই দিয়ে। আলোচনা ই কোনো

[illegible] [illegible] মহত্ব।

[illegible] ভয়ে [illegible] কলে — 'মোৰ [illegible] হ'ব প্ৰেমত [illegible] [illegible]।'

'[illegible] [illegible]।' [illegible] [illegible] কলো। [illegible] ই [illegible] পৰিহাসজনক দিছে। এই [illegible] সম্পূৰ্ণ [illegible] [illegible] [illegible] লাগিব। এই বিষয়ত গভীৰ চিন্তাৰ আৱশ্যক। প্ৰেম — তেওঁ কৈ গল — 'আদিম পৰা অন্তলৈ এক ৰহস্য ইয়াৰ আৱৰ্তনী বৃদ্ধি আৰু পৰিসমাপ্তি — সকলোবোৰ এক ৰহস্য। ই নতুন প্ৰজাতৰ দৰে হঠাৎ নিশ্চিত আৰু আনন্দমুখৰ হৈ আছে, সময়ত বহুদিন ধৰি ই থাকে ধুমায়িত হৈ অগ্নিকুণ্ডৰ এঙাৰৰ দৰে, যিয়ে হয়তো সকলো হেৰুৱাৰ পাছত আঘাত জুই শিখাৰ সৃষ্টি কৰি জলাই পুৰি মাৰে। কেতিয়াবা আকৌ সৰ্পৰ দেখিয়াকৈ হৃদয়ত কণাৰলৈ ধৰে আৰু ঠিক পিছ মুহূৰ্তত পিছলি বাহিৰ হৈ যায় — নিশ্চয় ই এটা জটিল প্ৰশ্ন। [illegible] হয় তেনেহলে প্ৰেমত পৰিবই বা কোন নাইবা প্ৰেমত পৰাৰ সাহস কৰিবই বা কোনে!'

কদিন দিবাস্বপ্নত মগ্ন হৈ পৰিল। অপ্ৰত্যাশিতভাবে তেওঁ কৈ পেলালে — 'কিয় আজি বহুদিন ধৰি আমি ভলিণ্টচেভ মহাশয়ক দেখিবলৈ পোৱা নাই'।

নাটালিয়া মাজতে বস্তা-চিণ্ডা পৰি গ'ল আৰু তাঁতশালখনৰ ওপৰত সূতটো গুজি দিলে। 'মই নাজানো।' খুব ক্ষীণ মাতেৰে নাটালিয়াই কলে।

কদিন থিয় হ'ল আৰু প্ৰায় চিঞৰাৰ নিচিনাকৈ কলে — 'কিযে চমৎকাৰ, মহান ব্যক্তি তেওঁ। সম্ভৱতঃ তেৱেঁই প্ৰকৃত [illegible] ভদ্ৰলোকৰ উৎকৃষ্ট নিদৰ্শন।'

সৰু ধুনীয়া ক্ৰবাচী চকুযুৰিৰে মেডামেচেল বনকাৰ্টে তেওঁৰ [illegible] চালে।

কদিনে কোঠাটোৰ চাৰিওকালে তহল দিবলৈ ধৰিলে আৰু তৎক্ষণাতে ঘূৰি চাই কলে — 'তুমি [illegible] কৰিছানে মোৰ [illegible]

[illegible] নতুন [illegible] পুৰণা পাতবোৰে মেলানি মাগিবলৈ ধৰিছে।'

'মই মাত্ৰ লক্ষ কৰিছোঁ।' নাটালিয়াই মাতটো নমাই ক'লে।

'এইবাৰ বসন্তত পুৰণা পেঁপাটো [illegible] এন্দুৰাইৰ' [illegible] ই মৰহি যায় তথাপি জীয়াই থাকে। নতুন পেঁপাটোৱে তাক বিদায় দিব পাৰে।'

নাটালিয়াই কোনো মন্তব্য নিদিলে। কেৱল নিজকে প্ৰশ্ন কৰিলে — 'ইয়াৰ দ্বাৰা তেওঁ বাৰু কি বুজালে?'

অৱশ্য সময় কিবা নোৱাৰি থিয় হৈ ৰ'ল। তাৰপাছত তেওঁৰ চুলিখিনি পিছফালে জোকাৰি জোকাৰি ওলাই গ'ল।

নাটালিয়া গৈ শোৱা কোঠাত সোমাল। মহাশয়ৰ এনি কবিতাৰ শেষৰ কথাখিনিকে চিন্তা কৰি উদ্বিগ্নভাৱে তেওঁ লক বিছনাখনৰ ওপৰত বহি থাকিল। হঠাতে নিজৰ হাত দুখন মুখত থৈ বেদনা-ক্লিষ্ট হৈ উচুপি উচুপি কান্দিব ধৰিলে। তেওঁ কিয় কান্দিলে — নেলেখাজনেহে জানে। হঠাতে চকুলো বাগৰি অহাৰ কাৰণে তেওঁ নিজেও কম সোৱাস্তি পাইছিলে। বাৰে বাৰে তেওঁ চকুলোবোৰ মচি দি নিজক চকু মুকলাবলৈ চেষ্টা কৰিছে। কিন্তু যিমানেই মচিছে সিমানেই লোতকবোৰ বেছিকৈ ওলাইছে যেন বা দীৰ্ঘকাল স্ৰোতবদ্ধ হৈ থকা নিজৰাৰ নতুন প্ৰবাহিত স্ৰোতহে।

×

সিদিনা মেডাম লিপিনাই কদিনৰ বিষয়ে লেজনেভৰ সৈতে আলচ কৰিলে। সেই সম্পৰ্কে আলচ কৰিবলৈ প্ৰথমে লেজনেভ অমান্তি হ'ল; কিন্তু লিপিনাই তেওঁক সেই আলোচনাৰ মাজলৈ টানি আনিবলৈ সংকল্পবদ্ধ।

'মই জানে। আপুনি আগৰ দৰে এতিয়াও কদিনক বেয়া পায়।' লিপিনাই কলে। 'মই চেষ্টা কৰিছোঁ ইয়ানদিনে আপোনাৰ একো সোধা নাই। কিন্তু এতিয়া আপুনি নিশ্চয় বিশ্বাস কৰে যে তেওঁৰ

বৰ্তমান পৰিস্থিতি-উদ্ভৱ। আৰু আঙুলি-কেইটা কিয় বেঁকা, আৰু সেইটো মই জানিব বিচাৰো।'

কল্পনাৰ উদাৰভাবে মূৰটো জোকাই লেজনেভে কলে— 'কিন্তু সেইটো বোলা কথাটো তোমাৰ নিজেই কম, ঠিক আছে, তোমাৰ মতেই হব। কিন্তু মোক এনে নকৰিবা।'

'ভাল, অনুগ্ৰহ কৰি আৰম্ভ কৰক।'

'মোৰ কৰলগীয়াখিনি জেনেহলে কৰবৈ দিয়া।'

'বৰ ভাল, কৈ যাওঁক।'

লাহে লাহে চোকাখনত আউজিলৈ লেজনেভে কবলৈ ধৰিলে —

'সেয়ে হওঁক, মই যে ৰুদিনক যেয়া পাওঁ তাকে তোমাক কবই লাগিব। তেওঁ এজন চতুৰ ব্যক্তি — '

'মইয়ো তেনেকৈয়ে ভাবোঁ।'

'তেওঁ সচাঁকৈয়ে বুধিয়ক যদিও মূলতঃ তৰল।'

'এইবোৰ কেৱল মুখৰ কথা।'

'মূলতঃ তৰল।' লেজনেভে পুনৰ কলে। 'কিন্তু ই বিশেষ ক্ষতিকৰ নহয়। আমি সকলোৱে তৰল। নতুবা কঠোৰ স্বভাৱৰ, অলস অথবা সম্যক জ্ঞান নোহোৱা বাবেও মই তেওঁক দোষাৰোপ নকৰোঁ। —'

'ৰুদিনৰ সম্যক জ্ঞান নাই!' আবেগ মিশ্ৰিত স্বৰে পিগাছোৱে সুধিলে।

একে সুৰতে লেজনেভে পুনৰুক্তি কৰিলে — 'আনৰ উপাৰ্জনেৰে জীৱিকা নিৰ্ব্বাহ কৰা, মিছা অভিনয় কৰা আৰু তেনে বহুতো কাৰণতে তেওঁ সম্যক জ্ঞান ৰহিত। অৱশ্যে এই সকলোবোৰ নিত্য-নৈমিত্তিক ঘটনা। সবাতোকৈ বেয়া কথা হ'ল এয়ে যে তেওঁ সম্পূৰ্ণ উৎসাহ উদ্দীপনাহীন, উদাস।'

'উদাস! সেই গভীৰ চিন্তাশীল ব্যক্তিজন উদাস?'

'হয়, একেবাৰে উদাস; আৰু তেওঁ নিজে এইটো জানে বাবেই চিন্তাশীলৰ ভাওঁ ধৰে।' লেজনেভ ক্ৰমাগত উত্তেজিত হৈ উঠিল

'কিন্তু কোন্ কাৰ বিষয়ে আপুনি কৈছে?'

সেইজনেহে অলপ কৈ উত্তৰ দিলে—'মই কাৰ বিষয়ে কৈছোঁ। তুমি জানিবলৈ ইচ্ছা কৰিছা? নাটালিয়াৰ বিষয়ে কৈছোঁ।'

মুহূৰ্ত্তৰ বাবে মেডাম লিপিনা আচৰিত হৈ উঠিল। তাৰপাছতে তেওঁ হাঁহিলে আৰু কবলৈ আৰম্ভ কৰিলে—'হে ভগৱান, আপুনি যে সদায় কি অদ্ভুত ধাৰণাবোৰ লৈ থাকে! নাটালিয়াক এটা শিশুতকৈ বৰ বেছি ডাঙৰ বুলি কব নোৱাৰি। ইয়াৰ বাহিৰেও যদি সেয়াই সঁচা হয়, তথাপি আপুনি কেনেকৈ ভাবে যে তেওঁৰ মাকে—

'তেওঁৰ মাক বৰ আত্মাভিমানী আৰু সদায় নিজকলৈয়ে ব্যস্ত থাকে। ল'ৰা-ছোৱালী প্ৰতিপালনৰ ক্ষেত্ৰত নিজৰ বিশেষ যোগ্যতা থকা বুলি তেওঁৰ এটা আত্মবিশ্বাস আছে। গতিকে এই ধৰণৰ কথাই তেওঁৰ মূৰত কেতিয়াও সোমাই নাপায়। ছিঃ কিযে ধাৰণা! তেওঁ এবাৰ মাথোঁ কথা কলে, এবাৰ গহীনাই দৃষ্টি নিক্ষেপ কৰিলেই সকলো ঠিক হৈ যায় বুলি ভাবে। নিজকে নিপুন আৰু বিজ্ঞ বুলি ভবা ভদ্ৰমহিলাগৰাকীৰ এয়াই অনুমান। ভগৱানেহে জানে, তেওঁৰ অনুমান কিমান সঁচা। স্বৰূপাৰ্থত সম্ভ্ৰান্ত পৰিয়ালৰ নিৰ্ব্বোধ বুঢ়ী এজনীৰ বাহিৰে তেওঁ একো নহয়। নাটালিয়া এজনী সৰু ছোৱালী হৈয়ে থকা নাই। লোক বিশ্বাস কৰা, তেওঁ তোমাত বা মোতকৈ বেছিকৈ আৰু গভীৰভাৱে চিন্তা কৰিব পাৰে। তেওঁৰ নিচিনা শান্ত, মৰমিয়াল আৰু ভবিষ্যত প্ৰতিশ্ৰুতি সম্পন্ন ছোৱালী এজনীয়ে কদিনৰ নিচিনা এজন ভাববীয়া, এজন প্ৰলোভনকাৰীৰ ওচৰত নিজকে বিলাই দিয়াটো কিমান লজ্জাজনক। যিয়ে নহওঁক, ইয়ো এটা চিৰাচৰিত ঘটনাই।'

'প্ৰলোভনকাৰী! আপুনি তেওঁক প্ৰলোভনকাৰী বুলি কৈছে?'

'মই নিশ্চয় কওঁ মহাশয়া! বাক এতিয়া ভোৰাকোম মেডাম লাচুনস্কায়াৰ ঘৰত তেওঁৰ স্থান ক'ত? এটা পুতলা হোৱা-গাৰ্হস্থ্য বিষয়ত অভিব্যক্তবাদী কৰি দিয়া ব্যক্তি বোলোঁ। ইয়াৰ পৰিকল্পনাত অকাৰণকৌতূহলভাৱে হস্তক্ষেপ কৰা, পাৰিবাৰিক কথা-বতৰাত অংশ লোৱা বা নিজৰ প্ৰাধান্যৰ বাবে অনুচিতভাৱে তৰ্ক-বিতৰ্ক কৰাটো

এজন ভদ্ৰলোকৰ বাবে জানো উপযুক্ত কাম?'

আচৰিত হৈ মেডাম্ লিপিনাই তেওঁৰ ফালে চালে। 'মিখাইল মিখাইলোভিচ! মই আপোনাৰ কথাবোৰ মানি লব নোৱাৰোঁ। আপুনি উত্তেজিত হৈছে, আপোনাৰ সমস্ত মুখমণ্ডল তেজবৰণীয়া হৈ উঠিছে। নিশ্চয় এই সকলোবোৰৰ অন্তৰালত আন কিবা ৰহস্য সোমাই থাকিব লাগিব।' লিপিনাই কলে।

'মই তেনেকৈয়ে ভাবোঁ। তিৰোতাৰ সৈতে কথা হওঁতে নিজৰ বিশ্বাস আৰু অনুভূতি অনুসাৰে খুউব সচেতন হৈ কোৱাই উচিত। কাৰণ, তিৰোতাসকলে কিছুমান ক্ষুদ্ৰ আৰু অসংলগ্ন যুক্তিৰ অৱতাৰণা কৰি 'তুমি এইটো এনেকৈ কলা, অন্যধৰণে নকলা কিয়' আদি প্ৰশ্ন নকৰাকৈ কেতিয়াও ক্ষান্ত নাথাকে।'

কথা শুনি মেডাম লিপিনা ক্ৰোধান্বিত হ'ল। 'বাঃ বাঃ, লেজনেভ মহাশয়! আপুনিও পিগাচভ ডাঙৰীয়াৰ দৰে উদ্ভট তিৰোতা-বিদ্বেষী হবলৈ ধৰিছে। বেয়া নাপাব, আপোনাৰ হয়তো সুন্দৰ বুদ্ধি বৃত্তি আছে। কিন্তু সেয়ে হলেও ইমান কম সময়ৰ ভিতৰতে যে প্ৰতিজন ব্যক্তি আৰু প্ৰতিটো বস্তুৰ বিষয় জানিব পাৰিছে এই কথা বিশ্বাস কৰিবলৈ মই টান পাওঁ। আপুনি ভুল কৰা বুলিহে মোৰ অনুমান হয়। আপোনাৰ কথাত রুদিন একপ্ৰকাৰ ভণ্ড।'

'মস্কিল এয়ে যে তেওঁ আনকি ভণ্ডও নহয়। ভণ্ডই অন্ততঃ তাৰ লক্ষ্য কি সেইটো জানে; কিন্তু এই প্ৰাণীটোৱে সকলো বুদ্ধি বৃত্তি থকা সত্বেও - - - -'

'ভালবাৰু স্যায়শূণ্য, ভয়ানক প্ৰকৃতিৰ মানুহজন! কৈ পেলাওক তেওঁৰ কি হ'ল পাছে?'

লেজনেভ থিয় হ'ল আৰু লিপিনাক সম্বোধন কৰি কবলৈ আৰম্ভ কৰিলে — 'মই নহয়, তুমিহে ন্যায়শূণ্য। মোৰ রুদিন সম্পৰ্কে কৰ্কশ মন্তব্যৰ বাবে তুমি বিৰক্ত হৈ উঠিছা। তেওঁৰ বিষয়ে কৰ্কশ কথাকোৱাৰ অধিকাৰ মোৰ আছে। এই অধিকাৰৰ কাৰণে মই যিকোনো ক্ষতি স্বীকাৰ কৰিব পাৰোঁ। মই তেওঁৰ লগত বহুদিন ধৰি

একেলগে আছিলোঁ। সেয়েহে মই তেওঁক খু-উব ভালকৈ জানোঁ।
বোধহয় তোমাৰ মনত আছে যে আমাৰ মঞ্চোত কটোৱা জীৱন সম্বন্ধে
কোনো সময়ত তোমাক কম বুলি কথা দিছিলোঁ। সেইটো এতিয়াই
কোৱা ভাল হব যেন পাইছোঁ। কিন্তু মোৰ কথাযোৰ শুনিবলৈ
তোমাৰ জানো ধৈৰ্য্য থাকিব ?'

'কৈ যাওঁক, কৈ যাওঁক !'

'তেনেহলে সেয়ে হওঁক।'

লেজনেভে কোঠাৰ ভিতৰত লাহে লাহে তহল দিবলৈ ধৰিলে।
মাজে মাজে ভলমুৰকৈ স্থিৰহৈ তেওঁ বৈ যায়।

তেওঁ কবলৈ আৰম্ভ কৰিলে — 'সম্ভৱতঃ তুমি জানা যে সৰু-
কালিতে মই পিতৃ-মাতৃক হেৰুৱাৰ লগা হৈছিল আৰু ঘৰত মোক্তকৈ
ডাঙৰ কোনো নাছিল। মোৰ বয়স সোতৰ বছৰ হোৱালৈকে মঞ্চো
নগৰত খুড়ীৰ ঘৰতে মই আছিলোঁ। তেতিয়া মই যিহকে ইচ্ছা তাকে
কৰিছিলোঁ। "মই বৰঞ্চ এজন তৰল আৰু আত্মাভিমানী যুৱক
আছিলোঁ; সেয়েহে নিজৰ শ্ৰেষ্ঠত্ব দেখুৱাবলৈ আৰু গৰ্ব্ব কৰিবলৈ
ভাল পাইছিলোঁ। বিশ্ববিদ্যালয়ত ভৰ্ত্তি হোৱাৰ পাছতো মোৰ আচৰণ
আছিল এজন স্কুলীয়া ল'ৰাৰ দৰে, আৰু সেয়েহে কম দিনৰ ভিতৰতে
মই এটা বেয়া অৱস্থাৰ সন্মুখীন হবলগীয়া হ'লো। এই দুৰাৱস্থা
কি আছিল তাক তোমাক নকম; কব পৰা ধৰণৰো নহয়। মই
মিছা কথা কৈছিলোঁ আৰু সেইয়া আছিল জঘন্য মিছা কথা - - - -
মোৰ দোষ প্ৰমাণিত হলত লাজহুৱাভাৱে মোক লাঞ্ছিত কৰা হ'ল।
মই সকলোৰে হাঁহিয়াতৰ পাত্ৰ হলোঁ। মোক যথেষ্ট মাৰ-ধৰ কৰা
হৈছিল আৰু মই এজন সৰু ল'ৰাৰ দৰে চিঞৰি চিঞৰি কান্দি-
ছিলোঁ। এই ঘটনা ঘটিছিল মোৰ বহুতো সহপাঠীৰ উপস্থিতিত,
মোৰে এজন বন্ধুৰ কোঠালীত। সিহঁত সকলোৱে মোক বিদ্ৰূপ
কৰিছিল, এজন ছাত্ৰৰ বাহিৰে সকলোৱে — যিজনে মই মিছা মাতি
থকা সময়ত আন সকলোতকৈ মোৰ স্বভাৱক বেছিকৈ ঘৃণা কৰিছিল।
সম্ভৱতঃ মোৰ প্ৰতি তেওঁৰ পুতৌ জন্মিছিল, নিশ্চয় মনওক, তেওঁ

মোক তেওঁৰ কোঠালীলৈ বাহুত ধৰি তুলি লৈ গৈছিল।'

মেডাম লিপিনাই সুধিলে — 'কদিননে এইজন?'

'নহয়, এইজন কদিন নাছিল। অন্য এজন অসাধাৰণ ব্যক্তি, তেওঁ এতিয়া মৃত। তেওঁৰ নাম আছিল পকবস্কি। অলপ কথাৰে মই তেওঁৰ বৰ্ণনা দিব নোৱাৰোঁ, আৰু যদি মই তেওঁৰ বিষয়ে কবলৈ আৰম্ভ কৰোঁ তেতিয়াহলে আন কাৰো বিষয়ে কব নোৱাৰিম। তেওঁৰ আছিল উচ্চ আৰু পবিত্ৰ এখন অন্তৰ। তেওঁ আছিল অতিশয় বুদ্ধিমান, যাৰ সদৃশ মই আজিলৈকে আৰু কাকো লগ পোৱা নাই। পুৰণি কাঠৰ ঘৰ এটাৰ ওপৰ-তলাৰ এটি ক্ষুদ্ৰ অনাড়ম্বৰ কোঠাত তেওঁ বাস কৰিছিল। তেওঁ আছিল অতি দুখীয়া আৰু শিক্ষাদান কৰিয়ে জীৱিকা মোকলাইছিল। বহু সময়ত অতিথিক একাপ চাহেৰে আপ্যায়িত কৰাৰ সক্ষমতাও তেওঁৰ নাছিল। তেওঁ বহা চকীখনৰ মাজডোখৰ এনেকৈ সোমাই গৈছিল যে দেখিলে সেইখন এখন নাও যেনহে লাগে। কিন্তু ইমানবোৰ অসুবিধা স্বত্বেও তেওঁ অসংখ্য দৰ্শকৰ দৰ্শন লাভ কৰিছিল। সকলোৱে তেওঁক ভাল পাইছিল, আৰু সকলোকে তেওঁ আকৰ্ষণ কৰিব পাৰিছিল। তেওঁৰ সেই জড়াজীৰ্ণ ক্ষুদ্ৰ কোঠালীটোত বহাতো কিমান মধুৰ আৰু আন্তৰিকতাপূৰ্ণ আছিল সেয়া তুমি কল্পনাই কৰিব নোৱাৰা। ঠিক তাতেই মই বুদিনক লগ পাইছিলোঁ। ইতিমধ্যে তেওঁ ৰাজকুমাৰৰ পৃষ্ঠপোষকতা হেৰুৱাইছিল।'

'এইজন পকবস্কিৰ কিনো অসাধাৰণ গুণবোৰ আছিল?' মেডাম লিপিনাই সুধিলে।

'কোনো শব্দৰ দ্বাৰাই ইয়াক প্ৰকাশ কৰা সহজ নহয়। তেওঁৰ কাব্যিক আৰু সত্যবাদী প্ৰকৃতিয়ে আমাৰ সকলোকে আকৰ্ষণ কৰিছিল। স্পষ্ট চিন্তা আৰু বিস্তৃত বুদ্ধিমত্তাৰে তেওঁ আমাক ব্যস্ত ৰাখিছিল আৰু সৰু ল'ৰাৰ নিচিনাকৈ আনন্দ দিব আৰু হঁহুৱাবও পাৰিছিল। তেওঁৰ শিশুসুলভ হাঁহিৰ ধ্বনি এতিয়াও মোৰ কাণত বাজি আছে। আমাৰ মাজত এজন মৰমিয়াল আৰু অন্ধঅনুৰাগী

কবি হিচাবে সুন্দৰৰ পবিত্ৰতাৰ সমুখত তেওঁ নিশা কল্পনাৰ চাকি জ্বলাইছিল।'

'আৰু তেওঁ কেনে ধৰণে কথা কৈছিল ?' মেডাম লিপিনাই পুনৰ সুধিলে।

'ভাল অৱস্থাত তেওঁ সুন্দৰকৈ কথা-বতৰা হৈছিল; কিন্তু চমক-লগোৱাভাবে নহয়। অৱশ্যে তেতিয়াও কদিনৰ বাক-পটুতা তেওঁৰ তুলনাত বিশগুণেই বেছি আছিল।'

লেজনেভ স্থবিৰ হৈ গ'ল আৰু হাত দুখনেৰে বুকুত সাৰটি ধৰিলে। 'পকৰস্কি আৰু ৰুদিনৰ মাজত সাদৃশ্য খুবেই কম। সম্ভৱতঃ অত্যুৎসাহী হৈ চমৎকাৰ শব্দ সংযোজনৰ দ্বাৰা ৰুদিনৰ বিষয়ে বহু অতিৰঞ্জিত কৰি কোৱা হৈছে। তেওঁক পকৰস্কিতকৈ বহু বেছিগুণে ঈশ্বৰ দত্ত গুণৰ অধিকাৰী বুলি ভবা হৈছে। কিন্তু পকৰস্কিৰ তুলনাত বাস্তৱিকতেই তেওঁ নিম্নস্তৰৰ। বিচাৰ-বিশ্লেষণত, তৰ্ক-প্ৰতিযোগিতাত ৰুদিনে আনক চেৰ পেলাব পাৰে; কিন্তু তেওঁৰ মগজু-উদ্ভূত কোনো নিজস্ব ধাৰণা নাই। তেওঁ আনৰ, বিশেষকৈ পকৰস্কিৰ ধাৰণাবোৰকে নিজা কৰি লৈছে। পকৰস্কিক চোৱা, তেওঁ আছিল শান্ত আৰু ভদ্ৰ। শাৰীৰিকভাবে দুৰ্ব্বল হলেও কিন্তু তেওঁ আছিল তিৰোতা-পাগল, সুৰাপান প্ৰিয় আৰু যিকোনোৰে সম্মুখীন হব পৰা বিধৰ। আনহাতে ৰুদিনক উৎসাহী, সাহসী আৰু সজীৱ যেন লাগিলেও ভিতৰি ভিতৰি তেওঁ উদাসীন আৰু কিছুপৰিমানে ভীৰুও। আত্মা-ভিমানৰ ক্ষেত্ৰত তেওঁ হলে বেচ সচেতন। জনসাধাৰণক সম্মোহিত কৰিবলৈ সৰ্ব্বশক্তি চেষ্টা কৰাত তেওঁ কেতিয়াও পিছ নোহোহোকে। কিছুমান অতি সাধাৰণ নীতিকথা আৰু ধাৰণাৰ দ্বাৰা তেওঁ জনগণক আকৰ্ষণো কৰিব পাৰে। অৱশ্যে বহুতো মানুহৰ ওপৰত তেওঁৰ এটা শক্তিশালী প্ৰভাৱ থকাটোও সঁচা। সম্ভৱতঃ কোনেও তেওঁক ভাল নাপায়। যিয়েই নহওক একমাত্ৰ মইহে তেওঁৰ প্ৰতি এটা সময়ত অনুৰক্ত আছিলোঁ। মানুহে তেওঁৰ সাহচৰ্য্য যেন বাধ্য হৈহে মানি লয়। কিন্তু প্ৰত্যেকেই স্বেচ্ছাই পকৰস্কিৰ ওচৰত আত্ম-সমৰ্পন কৰিছিল। ৰুদিনৰ বিষয়ে নিশ্চয় কব লাগিব যে

যিকোনো মানুহৰ লগত কথা-বতৰা পাতিবলৈ বা যুক্তি-তৰ্ক দাঙি ধৰিবলৈ তেওঁ কেতিয়াও অস্বীকাৰ নকৰে। তেওঁৰ কোনো বিশদ অধ্যয়নো নাই; তথাপি পকবস্কি নাইবা আমি অন্যবিলাকতকৈ তেওঁৰ পঢ়া-শুনা নিশ্চয় কিছু বেছি। ইয়াৰ বাহিৰেও তেওঁৰ আছে এটা প্ৰণালীবদ্ধ চিন্তাধাৰা আৰু অদ্ভুত স্মৃতি আৰু ইয়ে হ'ল যুৱকসকলৰ ওপৰত প্ৰভাৱ পেলোৱাৰ মূলকথা। সিহঁতে নিগমন আৰু সিদ্ধান্তৰ কাৰণে হাঁহাকাৰ কৰি উঠে আৰু যিকোনো উপায়ে নহওঁক, আনকি সি যদি মিছাও হয় তথাপি সিহঁতে বিচাৰে কেৱল সিদ্ধান্ত। এজন বিবেচনা সম্পন্ন মানুহে হয়তো এনে নকৰে। এই যুৱকসকলক কৈ দিয়া যে তুমি সিহঁতক সম্পূৰ্ণ সত্যৰ সন্ধান দিবলৈ অক্ষম, কিয়নো তোমাৰ নিজৰে সেই উপলব্ধি নাই, তেতিয়া দেখিবা তোমাৰ কথা আৰু সিহঁতে নুশুনিব। কিন্তু তুমি সিহঁতক কোনোপধ্যে ঠগিব নোৱাৰা। যদি তেনে চেষ্টা কৰা তেতিয়াহলে তোমাৰ সত্যৰ উপলব্ধি হোৱা বুলি অন্ততঃ অন্ধবিশ্বাস থাকিব লাগিব। আৰু বহুদিনৰ এনে এটা অন্ধবিশ্বাস থকা বাবেহে আমালোকৰ ওপৰত তেওঁৰ এনে এটা শক্তিশালী প্ৰভাৱ। তোমালোকক মই এতিয়াই কোৱাৰ দৰে তেওঁৰ কোনো বিস্তৃত অধ্যয়ন নাই। কিন্তু তেওঁ দাৰ্শনিক গ্ৰন্থ সমূহ পঢ়িছে আৰু যিখিনি পঢ়িছে তাৰ তাৎপৰ্য্য হৃদয়ঙ্গম কৰাৰ ক্ষমতা তেওঁ আয়ত্ব কৰিছে। পোনে পোনেই ঘটনাৰ মূল বিচাৰি উলিয়াই আৰু লগে লগে সকলো দিশ পুংখানুপুংখভাবে ফহিয়াই চাই স্পষ্ট আৰু বুদ্ধিদীপ্ত অৱৰোহন প্ৰণালীৰ আঁট বিচাৰি নৱ-আধ্যাত্মিক দিগন্তৰ উদ্‌ঘাটন কৰে তেওঁ। সঁচা কৰলৈ গ'লে আমাৰ সেই সময়ৰ সমাজখন কিছুমান অৰ্দ্ধশিক্ষিত চফল যুৱককলৈয়ে গঠিত আছিল। দৰ্শন, কলা, শিক্ষা দীক্ষা আৰু জীৱন — এই সকলোবোৰ আমাৰ কাৰণে মাথোঁ কিছুমান শব্দহে আছিল। আমাৰ কাৰণে এইবোৰ সুন্দৰ আৰু লোভনীয় হলেও সেয়া আছিল মাথোঁন কিছুমান সিঁচৰিত আৰু অসংলগ্ন ধাৰণাহে। এই ধাৰণাবোৰৰ মাজত সাধাৰণ সম্পৰ্ক, বিশ্বব্ৰহ্মাণ্ডৰ প্ৰধান নিয়ম সম্বন্ধে আমি জ্ঞাত নাছিলোঁ;

যদিও আমি এই বিষয়ে অনিশ্চয়তাৰে আলোচনা কৰিছিলোঁ আৰু বুজিবলৈ চেষ্টা কৰিছিলোঁ। কদিনে কৈ থাকোঁতে পোন প্ৰথমবাৰৰ বাবে আমাৰ অনুমান হৈছিল যেন অন্তত আমি ধৰিব নোৱাৰা সম্পৰ্কটো ধৰিব পাৰিছিলোঁ; যেন ইয়াৰ ৰহস্যময়ী আৱৰণখন খুলি দিব পাৰিছিলোঁ। তেওঁৰ মৌলিকতা নাথাকিব পাৰে — তাত কোনো কথা নাই। আচল কথা হ'ল যে প্ৰতিটো বস্তুৱে সুশৃংখলভাৱে একোটা আকাৰ ধাৰণ কৰিছিল; সিঁচৰিত হৈ থকাটোও হঠাতে সুসংগত হৈ পৰিছিল আৰু আমাৰ সন্মুখত এটা নিৰ্মিত বস্তুৰূপে উপস্থিত হৈছিল। প্ৰতিটো বস্তুৱে অসীমৰ অনুপ্ৰবেশত উদ্দীপ্ত হৈ উঠিছিল। এইবোৰ কিন্তু অবোধ্য বা আকস্মিক হৈ থকা নাছিল; ই আছিল সৌন্দৰ্য্য বিভূষিত বাস্তৱ অংকন, প্ৰতিটোৱে আছিল স্পষ্ট আৰু ৰহস্যময়ী অৰ্থযুক্ত; জীৱনৰ প্ৰতিটো ভিন্ন উপাদান আন উপাদানৰ লগত মিলিত হৈছিল: আৰু একপ্ৰকাৰ ধৰ্মীয় ভয় আৰু শংকাৰে আমি নিজেই চিৰন্তন সত্যৰ একো একোটা জীৱন্ত পাত্ৰ যেন অনুভৱ কৰিছিলোঁ। কৰবৈসে "'লে আমি যেন মহৎ উদ্দেশ্য কঢ়িয়াই নিয়া কিছুমান বাহনহে -- এই সকলোবোৰ তোমাৰ বিদ্ৰূপাত্মক যেন লগা নাইনে?'

'মুঠেই লগা নাই।' মেডাম লিপিনাই ধীৰে ধীৰে উত্তৰ দিলে। 'কিয় লাগিব? আপোনাৰ সকলোবোৰ কথা মই বুজা নাই, কিন্তু ই হাস্যকৰ বুলিও মই নাভাবোঁ।'

'অৱশ্যে আমি সময়ৰ সোঁতত জ্ঞান লাভ কৰিছোঁ।' লেজনেভে কৈ গ'ল। 'এতিয়া এইবোৰ আমাৰ কাৰণে শিশুসুলভ যেন লাগিব পাৰে। কিন্তু মই বাৰে বাৰে কওঁ যে সেই দিনবোৰত কদিনৰ ওচৰত আমি বহুপৰিমানে ঋণী। নিঃসন্দেহে পকৰস্কি আছিল এটি মহত্বৰ আত্মা; তেওঁ আমাৰ মনৰ আবেগ আৰু শক্তিৰ ইন্ধন যোগাইছিল। কিন্তু বহুসময়ত তেওঁ হৈ পৰিছিল সম্পূৰ্ণ উদাসীন আৰু নীৰৱ। তেওঁ দীৰ্ঘশৰীৰী আৰু দুৰ্বল স্বাস্থ্যৰ আছিল, কিন্তু যেতিয়া তেওঁ পাখী মেলি দিছিল — হে ভগবান! কিমান ওপৰলৈ যে উৰি গৈছিল! একেবাৰে নীলা আকাশৰ সুউচ্চলৈ উৰি গৈছিল। ইয়াতে তেওঁৰ

কৰক। আনহাতে সেই বুঢ়ীয়া-আৰু অমিয় কদিন নীচভাবে পৰিপূৰ্ণ। সাধাৰণ কথা-বতৰা আদি সকলো ক্ষেত্ৰতে হস্তক্ষেপ কৰা আৰু আবে-গেৰে যিকোনো বিষয়ৰ ব্যাখ্যা, বিশ্লেষণ কৰাৰ প্ৰৱণতা তেওঁৰ মাত্ৰাধিক। তেওঁৰ অনাধিকাৰ চৰ্চাৰ অন্ত নাই। স্বভাৱতে তেওঁ এজন ৰাজনীতিবিদ। মই তেতিয়াই বুজিব পাৰি এই বিষয়ে তেওঁক কৈছিলোঁ। দুৰ্ভাগ্যবশতঃ তেওঁৰ কোনো পৰিবৰ্ত্তন নহ'ল। আনহাতে পঞ্চত্ৰিশ বছৰ বয়সতো তেওঁৰ ধাৰণাবোৰৰ অলপো সলনি নহ'ল। বেছিভাগ মানুহেই নিজৰ বিষয়ে কোনো কথা সিমান ভালকৈ বুজিব নোৱাৰে।'

মেডাম লিপিনাই কলে — 'বহক, ইফালে সিফালে ঘূৰি ফুৰি আপুনি মোক অস্থিৰ কৰি তুলিছে।'

লেজনেভে আপত্তিৰ সুৰত কলে 'মই তেনেকৈয়ে ভাল পাওঁ। মই তোমাক কব বিচাৰোঁ। যে পকৰস্কিৰ সমাজভুক্ত হোৱাৰ সুবিধা পাই মই যেন পুনৰ জন্ম লাভ কৰিলোঁ। পকৰস্কিৰ সান্নিধ্যই মোক ক্ৰমাগতভাবে নম্ৰ, অনুসন্ধিৎসু, অধ্যয়নশীল, মোহাচ্ছন্ন আৰু বিনয়ী কৰি তুলিলে— যেনিবা মই কোনো পবিত্ৰ সেৱাৰ কাৰণেই উৎসৰ্গিত হলোঁ। সঁচাকৈয়ে মই আমাৰ সৌ সভাবোৰৰ কথা এতিয়াও ভাবোঁ। সেইবোৰত যে বহুতো অন্তস্পৰ্শী আৰু ভাল ভাল বিষয়ৰ অৱতাৰণা হৈছিল, সেয়া স্বীকাৰ কৰিবই লাগিব। এভাল মমবাতিৰ চাৰিওফালে গোলা কটিবে সৈতে অতি বেয়া চাহ খাই বহি থকা পাচ বা ছয়জন যুৱকৰ এটা সমাবেশৰ কথা কল্পনা কৰা। কিন্তু তুমি যদি সেই আটাইকেইখন মুখ দেখিলাহেঁতেন আৰু আমাৰ বক্তব্যবোৰ শুনিলা-হেঁতেন তেতিয়াহে তাৰ তাৎপৰ্য্য বুজিলাহেঁতেন। যেতিয়া আমি ঈশ্বৰ, সত্য, মানুহৰ ভৱিষ্যত আৰু কবিতাৰ বিষয়ে আলোচনা কৰোঁ। তেতিয়া প্ৰত্যেকজনৰ চকুবোৰ উৎসাহ-উদ্দীপনাত জিলমিলাই উঠে, গালবোৰ উজ্জ্বল হৈ উঠে, হৃদয়বোৰ স্পন্দিত হয়। মাজে সময়ে আমি কিছুমান নিৰৰ্থক কথা কৈ এনেয়ে আনন্দৰ খোৰাক যোগাওঁ। তেতিয়া উজ্জ্বল চকুযুৰিৰে; শেঁতাপৰা আলধন নিজৰ হাতৰ ওপৰত ভৰ দি থৈ অলপ হুলন জুটিয়াই পকৰস্কি বহি থাকে। কদিনো

কোঠাটোৰ মাজত থিয় হৈ সাৱলিলভাৱে কৈ থাকে, যেনিবা সাগৰৰ উত্তাল তৰঙ্গৰ কাষত গ্ৰীচৰ প্ৰগলভ বক্তা যুৱক ডেমোস্থিনিচহে। নিদ্ৰামগ্ন মানুহে হঠাতে চিঞৰি উঠাৰ নিচিনাকৈ অসংলগ্ন কবি চাবোটিনৰ নাম, জাৰ্মান পুৰোহিত পুত্ৰ চল্লিশ বছৰীয়া ছোলাবৰ নাম, যিজনে কেতিয়াও গৌৰৱ কৰি এটি শব্দও ব্যৱহাৰ কৰা নাছিল, যাৰ নিৰৱচ্ছিন্ন নীৰৱতা কেতিয়াও ভঙ্গ হোৱা নাছিল, আৰু যিজনে এজন বিদগ্ধ চিন্তাবিদৰূপে সুখ্যাতি লাভ কৰিছিল, কদিনে বক্তৃতাৰ মাজত উল্লেখ কৰে। আমাৰ সভাত এৰিষ্টফেন নামে জনাজাত দুৰ্ধ-চিত্ত চিটভে পৰাজয় বৰণ কৰে আৰু তেওঁৰ দম্ভচূৰ্ণ হয়। দুই তিনি-জনমান নবাগতাই মুগ্ধ হৈ খুব আনন্দ আৰু মনোযোগেৰে কথাবোৰ শুনি থাকে। নীৰৱ নিস্তব্ধতাৰে পাখী মেলি উৰি যোৱাৰ নিচিনাকৈ ৰাতিটো পাৰ হৈ যায়। তাৰ পাছতে হেঙুলীয়া ৰহন সানি বেলি দেখা দিয়ে। একৰকম পৰম সুখৰ ক্লান্তিৰে আমি উত্তেজিত, সুখী আৰু শান্ত-সৌম্যভাৱে তাৰপৰা আঁতৰি যাওঁ। অন্তৰ আলোড়িত হৈ উঠে, এটা নতুন বিশ্বাসেৰে আকাশৰ তৰাবোৰলৈ চাই চাই মই এটা নিৰ্জন বাটেৰে গৈ থাকোতে মোৰ অনুমান হয় তৰাবোৰ যেন ক্ৰমে ক্ৰমে মোৰ ওচৰ চাপি আহে আৰু সিহঁতক বুজিবলৈ যেন বেছি সহজ হৈ পৰে। হায়, এয়া কি বিস্ময়কৰ সময়! এই সময়খিনি অযথাৰত কটোৱা বুলি মই নাভাবোঁ। যিসকলৰ জীৱন কেতিয়াবাই তুচ্ছ হৈ পৰিছে সেইসকলৰ কাৰণেও এই সময়খিনি অনাহকত নষ্ট হোৱা নাই। মোৰ অতীতৰ বন্ধুবৰ্গক কেনেকৈ মাজে মাজে লগপোৱাৰ মই এনে সুযোগ পাইছিলোঁ। এজন মানুহ পশুৰৰ স্তৰলৈ অধনমিত হোৱা যেন লাগিলে তেওঁৰ আগত পকৰস্কিৰ নামটো কেৱল উল্লেখ কৰা আৰু দেখিবা যে তেওঁৰ মহৎ চিন্তাৰ সকলোবোৰ অৱশিষ্ট জাগৰিত হৈ উঠিছে। এটা অন্ধকাৰ আৰু লেতেৰা কোঠাৰ ভিতৰত এটা বিস্মিত সুগন্ধি তেলৰ বটলৰ সাঁফৰখন খুলি দিয়াৰ পাছত কোঠাৰ ভিতৰৰ দূষিত বতাহ বিশুদ্ধ হোৱাৰ দৰে পকৰস্কিয়ে মানৱ মনলৈ আনি দিব পাৰিছিল এক বিশুদ্ধ চিন্তাধাৰা।'

লেজনেভ নীৰৱ হৈ গ'ল আৰু তেওঁৰ অনুজ্জ্বল মুখমণ্ডল উজলি উঠিল।

আশ্চৰ্য্যজনকভাবে লেজনেভলৈ চাই মেডাম লিপিনাই সুধিলে— 'কিন্তু কিয় আৰু কেতিয়া আপুনি ৰুদিনৰ সৈতে কাজিয়া কৰিছিল?'

'মই তেওঁৰ লগত কাজিয়া কৰা নাছিলোঁ, প্ৰকৃততে তেওঁ কেনে প্ৰকৃতিৰ মানুহ সেইটো সম্পূৰ্ণকৈ জনাৰ পাছত তেওঁৰ লগত মোৰ মতভেদ হৈছিল। অৱশ্যে আগতে মস্কোত থকা কালত তেওঁৰ লগত কাজিয়া কৰাৰ যথেষ্ট থল আছিল। কাৰণ, তেতিয়া তেওঁ মোৰ বিৰুদ্ধে এটা নীচ ষড়যন্ত্ৰত লিপ্ত হৈছিল।'

'এয়ানো বাৰু কি আছিল?'

'এয়া, মই — কেনেকৈ কওঁ? মই এনে কামৰ মানুহ নহয় — কিন্তু মই সদায় প্ৰণয়-প্ৰিয় আছিলোঁ।'

'আপুনি?'

'হয়। আচৰিত, নহয়নে? কিন্তু সেয়া কেনেকৈ হব পাৰিলে! যেনেকৈয়ে নহওক, মই এজনী সুন্দৰী ছোৱালীৰ প্ৰেমত পৰিছিলো ------ কিয় তুমি মোৰ ফালে এনেকৈ চাইছা? মোৰ বিষয়ে আৰু বেছি আচৰিত ধৰণৰ কথা কিছুমান মই তোমাক কব পাৰোঁ।

'সেয়ানো আকৌ কি মই জানিব পাৰোনে?'

'নিশ্চয় পাৰিবা। উদাহৰণ স্বৰূপে এইটো এনে ধৰণৰ: মস্কোত থকা দিনবোৰত মই এডোখৰ নিৰ্দ্দিষ্ট মিলন-ক্ষেত্ৰ বাচি লৈছিলোঁ। তুমি হয়তো ভাবিছা কাৰ সৈতে? — মোৰ বাগিচাৰ একাষত থকা চুণগছৰ পুলি এজোপাৰ সৈতে। মই ইয়াৰ লহপহীয়া সৰু ডাল এটাত ধৰি থাকোঁ আৰু অনুভৱ কৰোঁ যেন মই সমগ্ৰ প্ৰকৃতিক আকোৱালি লৈছোঁ। তেতিয়া মোৰ অন্তৰখন এক অনাবিল আনন্দত উপচি পৰে আৰু ধ্বনিত হয় যেন সমগ্ৰ প্ৰকৃতিয়ে ইয়াত সোমাই পৰিছে। মই তেনে ধৰণৰে মানুহ। সেয়ে সকলো নহয়। সম্ভৱতঃ তুমি ভাবা যে মই কবিতা নিলিখোঁ। অ' মই লিখোঁ; মেনফ্ৰেডৰ অনুকৰণত আনকি এখন নাটকো মই লিখিছোঁ। চৰিত্ৰসমূহৰ ভিতৰত তাত বুকুত

তেজেৰে সৈতে এজনী ডাইনীও আছে। কিন্তু সেই তেজ তাইৰ নিজৰ নহয়, সেইয়া হ'ল মানৱতাৰ তেজ----। বাৰু তুমি আচৰিত নহবা----। কিন্তু মই তোমাক মোৰ প্ৰণয় কাহিনী কবলৈ আৰম্ভ কৰিছিলোঁ। মই এজনী ছোৱালীৰ পৰিচয় কৰাই দিছিলোঁ।—'

'আৰু চুন-গছজোপাৰ লগত আপোনাৰ নিৰ্দ্দিষ্ট স্থানৰ মিলন এৰি পেলালে ?'

'হয়। ছোৱালীজনী বৰ মৰমীয়াল। উজ্জল জিলমিলাই থকা চকুযুৰি আৰু কোমল মাতেৰে সচাঁকৈয়ে এটি ধুনীয়া প্ৰাণী।'

এটি খেমেলীয়া হাঁহিৰে মেডাম লিপিনাই মন্তব্য কৰিলে — 'আপুনি বৰ্ণনা দিয়াত সিদ্ধহস্ত।'

প্ৰত্যুত্তৰত লেজনেভে কলে — 'আৰু তুমি অতি কঠোৰ সমালোচক। বাৰু, ছোৱালীজনীয়ে তেওঁৰ বুঢ়া বাপেকৰ সৈতে বাস কৰিছিল। কিন্তু মই সম্পূৰ্ণ বিৱৰণ দিবলৈ নাযাওঁ। মই কেৱল কওঁ যে সচাঁকৈয়ে তেওঁ আছিল বৰ দয়ালু অন্তৰৰ: যেতিয়া তুমি আধাগিলাচ চাঁহ বিচৰা তেতিয়া তেওঁ তোমাক গিলাচৰ তিনি-চতুৰ্থাংশ চাহ দিব। প্ৰথম লগপোৱাৰ পাছত তৃতীয় দিনত মই একেবাৰে আবেগত অভিভূত হৈছিলোঁ, সপ্তম দিনত নিজকে কোনোপধ্যে চম্ভালিব পৰা নাছিলোঁ আৰু ৰুদিনৰ ওচৰত অন্তৰ ঢালি সকলো খুলি কৈছিলোঁ। এজন যুৱকৰ ক্ষেত্ৰত প্ৰেম-প্ৰীতিৰ কথা নিজৰ ভিতৰতে সীমাবদ্ধ ৰখাটো অসম্ভৱ। মই সদায় ৰুদিনৰ আগত সকলোবোৰ খুলি কৈ নিজে পাতল পাতল অনুভৱ কৰিছিলোঁ। সেই সময়ত মই সম্পূৰ্ণকৈ ৰুদিনৰ প্ৰভাৱত পৰিছিলোঁ, আৰু সেই প্ৰভাৱ, নিশ্চয় স্বীকাৰ কৰিব লাগিব, বহুক্ষেত্ৰতে হিতসাধনকাৰীও আছিল। তেৱেঁই প্ৰথম মানুহজন যিজনে মোক অৱমাননা কৰা নাছিল, বৰঞ্চ মোক মানুহ কৰাৰ কাৰণে চেষ্টা কৰিছিল। মই পকৰস্কিক শ্ৰদ্ধা কৰিছিলোঁ আৰু তেওঁৰ আত্মাৰ পৱিত্ৰতাত মুগ্ধ হৈছিলোঁ। কিন্তু ৰুদিন আৰু মোৰ মাজত বৰ বেছি মিল আছিল। যেতিয়া তেওঁ মোৰ প্ৰেমৰ বিষয়ে জানিলে, কিযে এক অবৰ্ণনীয় প্ৰেৰণাত অনুপ্ৰানিত হ'ল

তেওঁ। তেওঁ মোক অভিনন্দন জনালে, আকোৱালি ধৰিলে আৰু লগে লগে মোৰ নতুন অৱস্থানৰ পূৰা গুৰুত্ব সম্পৰ্কে শিক্ষা আৰু প্ৰেৰণা যোগাবলৈ আগবাঢ়ি আহিল। মই সকলোবোৰ শুনি গলোঁ। কিন্তু তেওঁ কেনেকৈ কথা কয় তুমি নিজেই জানা। তেওঁৰ কথাবোৰ মোৰ মনত এক অসাধাৰণ ক্ৰিয়া কৰিলে। মই আচৰিতভাৱে বেছিকৈ নিজৰ মূল্যায়ণ কৰিলোঁ, গহীন হ'লো আৰু মোৰ হাঁহি পৰ্য্যন্ত নাই-কিয়া হ'ল। মই স্মৰণ কৰোঁ যেনিবা অমূল্য পানীয়ৰে ভৰা এটা পাত্ৰ মোৰ ভিতৰত মই অতি সাৱধানে লৈ গ'লোঁ আৰু যেন সেই পাত্ৰটো বাগৰি পৰিব বুলি শংকিত হৈ উঠিলোঁ। বিশেষকৈ সেইজনীৰ যথেষ্ট আস্থাভাজন হোৱা বুলি জানি মই বৰ সুখী হ'লোঁ। ৰুদিনে মোৰ প্ৰেয়সীক লগকৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। মই নিজেই পৰিচয় কৰাই দিয়াত আগভাগ লোৱাটোৱে ভাল আছিল বুলি মোৰ ভাব হ'ল।'

মেডাম লিপিনাই হস্তক্ষেপ কৰি কলে — "অ', মই বুজিছো, মই এতিয়া সকলো বুজিছো। ৰুদিনে আপোনাৰ প্ৰেয়সীক চুৰ কৰি নিলে আৰু সেয়ে আনকি এতিয়াও আপুনি তেওঁক ক্ষমা কৰিব পৰা নাই - - - মই ঠিকেই কৈছো, মই বাজি ৰাখিব পাৰোঁ।'

'তোমাৰ ভুল হৈছে, তুমি বাজিত হাৰিবা। ৰুদিনে মোৰ প্ৰেয়সীক চুৰি কৰা নাছিল আৰু তেনে কৰাৰ মতলবো তেওঁৰ নাছিল। কিন্তু সেয়া হলেও তেওঁ মোৰ সেই পৰম আনন্দ একেবাৰে শেষ কৰি দিলে, যদিও সুস্থিৰভাবে চিন্তা কৰি এতিয়া মই তাৰবাবে তেওঁক ধন্যবাদ জনাবলৈকো প্ৰস্তুত। কিন্তু সেই সময়ত মই প্ৰায় পাগল হৈ গৈছিলোঁ। ৰুদিনে মোৰ অন্যায় কৰিবলৈ অকনো চেষ্টা কৰা নাছিল —। অন্যথাই কেৱল তেওঁৰ সেই খেলিমেলি স্বভাৱৰ কাৰণেই সেয়া হবলৈ পালে। এওঁ এনেবোৰ কথা কৈছিল যিবোৰে তেওঁৰ নিজৰ আৰু আন সকলো মানুহৰ জীৱনৰ উদ্দেশ্য ম্লান কৰি পেলাইছিল। পথিলাবোৰক আটক কৰি ৰখাৰ দৰে তেওঁ আমাৰ নিজস্বখিনিও হৰণ কৰি প্ৰায় আমাক পিঞ্জৰাবদ্ধ কৰিছিল। আমাৰ মাজৰ সম্পৰ্কবোৰ,

আমাৰ আচৰণ কেনে হোৱা উচিত এইবোৰ তেওঁ বিশ্লেষণ কৰিছিল। আমাৰ চিন্তা আৰু অনুভূতিবোৰ নিজকে নিজে বিশ্লেষণ কৰি চাবলৈ তেওঁ আমাক স্বেচ্ছাচাৰীভাবে আদেশ দিছিল। আমাক তেওঁ প্ৰশংসা কৰিছিল আৰু আনকি আমাৰ লগত পত্ৰ লিখা-লিখিও কৰিছিল — কল্পনা কৰা! তেওঁ সম্পূৰ্ণৰূপে আমাক বিশৃঙ্খল আৰু হতবম্ব কৰি তুলিছিল। মই সেই যুৱতীজনীক বিয়া হয়তো নকৰা-লোঁহেঁতেন (সেইখিনি সচেতনতা মোৰ এতিয়াও আছে); কিন্তু যিয়েই নহওঁক আমি একেলগে কেইটিমান মহীয়ান মাহৰ আনন্দ উপভোগ কৰিব পাৰিলোহেঁতেন। কিন্তু ইয়াৰ পৰিবৰ্ত্তে আমি সকলো ধৰণৰ মানসিক চিন্তা আৰু উদ্বেগত চটফটাই মৰিবলগীয়া হৈছিল — কিযে ভয়াবহ বিশৃঙ্খল অৱস্থা এটাৰ সৃষ্টি হৈছিল! এই সকলোৰে শেষ ফল হ'ল এয়ে যে ৰুদিনে এটি সুপ্ৰভাতত স্থিৰ কৰিলে যে এজন বন্ধু হিচাবে ছোৱালীজনীৰ বাপেকক এই খবৰটো জনোৱাতো তেওঁৰ এটা পবিত্ৰ কৰ্ত্তব্য — আৰু সেইটো তেওঁ কৰিলেই।'

মেডাম লিপিনাই চিঞঁৰি উঠিল — 'সঁচাকৈয়েনে?'

'হয়, আৰু মন কৰিবা, তেওঁ মোৰ সম্মতি লৈয়ে এইটো কৰিছিল। ইয়ে আছিল আচৰিত হবৰ কথা। সেই সময়ত মোৰ মনৰ অৱস্থা কিমান অস্থিৰ আছিল, সেয়া আজিও মোৰ স্মৃতিত ৰৈ আছে। মোৰ চাৰিওফালৰ জগতখন ঘূৰি ফুৰিছিল, পৰিবৰ্ত্তন হৈছিল যেনিবা এটা ৰহস্যময়ী কেমেৰাৰ ভিতৰত বগাক ক'লালৈ আৰু ক'লাক বগালৈ, মিছা সঁচা হৈছিল আৰু কল্পনা আছিল কৰ্ত্তব্য। হায়, এতিয়াও সেই স্মৃতিয়ে মোক যথেষ্ট উদ্বিগ্ন কৰি তোলে। ৰুদিনে হলে একো বুজা নাছিল — তেওঁ সমূলি বুজা নাছিল! চোৱালো চৰাইবোৰ পুখুৰীত পৰাৰ দৰে অবোধ্য বিশৃঙ্খলতাৰ মাজত তেওঁ ভাঁহি ফুৰিছিল।'

'আৰু সেয়েহে আপুনি সেই ছোৱালীজনীৰ পৰা আঁতৰি গ'ল।' মেডাম লিপিনাই লাজ লাজ কৰি তেওঁৰ সৰু মূৰটো একালে হলাই আৰু চকুযুৰি ওপৰলৈ তুলি সুধিলে।

'হয়, আমি আঁতৰি পৰিলোঁ ----· আৰু ই আছিল আমাৰ এটা কষ্টদায়ক বিদায় — বিৰক্তিকৰ ভাবে কদাকাৰ,

অনাৰক্তকাৰভাবে খোলা। মই চিঞঁৰি দিছিলোঁ, আৰু তাইও চিঞঁৰিছিল, আৰু আমি প্ৰত্যেকে প্ৰত্যেকক কি কৈছিলোঁ। কেৱল নেদেখাজনেহে জানে। এটা অতি জটিল কাম সম্পন্ন কৰাৰ নিচিনা ইও আছিল কষ্টসাধ্য। কষ্টদায়ক হলেও নকৰি উপায় নাই। যিয়েই নহওঁক: পৃথিবীৰ সকলো বস্তুৱে ভালৰ বাবেই সৃষ্ট: তেওঁ এজন যোগ্য ব্যক্তিক বিয়া কৰালে আৰু সুখী হ'ল।'

মেডাম লিপিনাই কলে— 'আপুনি স্বীকাৰ কৰিব যে এতিয়াও আপুনি ৰুদিনক ক্ষমা কৰিব পৰা নাই----'

লেজনেভে কথাৰ মাজতে কলে— 'অ,' নহয়! বিদেশ ভ্ৰমণত যেতিয়া মাজে মাজে মই তেওঁক লগ পাওঁ তেতিয়া কিয় বাৰু মই শিশুৰ দৰে চিঞঁৰি উঠোঁ। সঁচা, মোৰ অন্তৰত ইতিমধ্যে বিদ্বেষৰ গুটি সিঁচা হৈছিল। পৰবৰ্ত্তীকালত যেতিয়া মই তেওঁক বিদেশত লগ পাইছিলোঁ- --মোক বাৰ্দ্ধক্যই স্পৰ্শ কৰিছিল- -- আৰু ৰুদিনক মই একে চেহেৰাতে দেখিছিলোঁ।'

'তেওঁৰ মাজত আপুনি নতুনকৈ কি বিচাৰি পালে?'

'ঠিক এঘণ্টা আগতে তোমাক মই যি কৈছিলোঁ। কিন্তু ৰুদিনৰ বিষয়ে যথেষ্ট কবলগীয়া আছে। সম্ভৱত: এই সকলোবোৰ শুভ লক্ষণৰে পৰিচায়ক। মই কেৱল তোমাক বুজাব খোজোঁ যে যদি মই তেওঁৰ কঠোৰ সমালোচনা কৰোঁ সেয়া মই তেওঁক নজনাৰ কাৰণে নহয়। মই নাটালিয়াৰ বিষয়ে বেছি নকওঁ, কিন্তু তুমি ককায়েৰাৰ প্ৰতি অলপ মনোযোগ দিবা।'

'মোৰ ককাই! কিয়?'

'তেওঁক ভালকৈ চাবা। তুমি একো ধৰিবকে পৰা নাইনে?'

মেডাম লিপিনাই চকুযুৰি তললৈ নমালে আৰু একে সুৰতে কলে — 'আপুনি সঁচা, হয়---- মোৰ ককাই---- কিছুদিনৰ পৰা তেওঁ যেন নিজৰ মানুহটো হৈ থকা নাই---- কিন্তু আপুনি সঁচাকৈয়ে বুজাব খুজিছেনে----?'

লেজনেভে ফুচফুচাই কলে — 'মনে মনে থাকা, সম্ভৱত: তেওঁ

আহি আছে। আৰু মোক বিশ্বাস কৰা, নাটালিয়া শিশু হৈ থকা নাই, যদিও দুৰ্ভাগ্যবশতঃ তেওঁ শিশুৰ দৰেই অনভিজ্ঞ। দেখিবা কোনো এদিন সেই ছোৱালীজনীয়ে আমাৰ সকলোকে আচৰিত কৰি তুলিব।'

'কেনে ধৰণে?'

'তুমি নাজানানে যে তেওঁৰ নিচিনা ছোৱালীবোৰে নিজে নিজে পানীত পৰি মৰে; বিষপান কৰে ইত্যাদি। তেওঁৰ শান্ত চাৱনিটো দেখি নিজকে নঠগিবা। তেওঁৰ আছে এটা আবেগ-বিহ্বল চৰিত্ৰ।'

'অ,' এতিয়া আহক! মোৰ অনুমান হয় আপুনি ক্ৰমশঃ অধিকতৰ কাব্যিক হৈ পৰিছে। আপোনাৰ নিচিনা উদাসীন মানুহৰ ক্ষেত্ৰত আনকি মোকো এটা আগ্নেয়গিৰি যেন লাগিব বুলিছে মোৰ সন্দেহ হয়।'

লেজনেভে হাঁহি হাঁহি কলে — 'চুপ, তোমাৰ চৰিত্ৰ সম্বন্ধে একো কবলগীয়া নাই, ধন্য ঈশ্বৰ!'

'আপুনি বিনম্ৰ হব খোজে নেকি?'

'হে ভগবান, নহয়! ই এটা উচ্চ অভিনন্দনহে।'

ভলিণ্টচেভ সোমাই আহিল আৰু তেওঁৰ ভনী আৰু লেজনেভৰ ফালে সন্দেহৰ চাৱনিৰে চালে। সম্প্ৰতি তেওঁ ক্ষীণাই গৈছে। তেওঁলোক দুয়োজনে একেসময়তে তেওঁক সম্ভাষণ জনালে, কিন্তু তেওঁলোকৰ লঘু উক্তিৰ প্ৰত্যুত্তৰত ভলিণ্টচেভে কেৱল এটা ক্ষীণ হাঁহি মাৰিলে; আৰু পিগাচভে এসময়ত তেওঁৰ বিষয়ে কোৱাৰ দৰে ঠিক এটা বিমৰ্ষ শহাপহুৰ নিচিনাকৈ তেওঁলোকৰ ফালে চালে। জীৱনত অন্ততঃ এবাৰো দুখ ভোগ নকৰা মানুহ পৃথিবীত বিৰল। ভলিণ্টচেভে অনুভৱ কৰিলে যে নাটালিয়া তেওঁৰ পৰা আঁতৰি গ'ল, আৰু লগে লগে তেওঁৰ ভৰিৰ তলৰ পৰা পৃথিবীখনো যেন খহি পৰিল।

— x —

# সপ্তম অধ্যায়ঃ

পিচদিনা ৰবিবাৰ, নাটালিয়া পলমকৈ বিছনাৰ পৰা উঠিল। আগদিনাখন তেওঁ প্ৰায় কথা কোৱাই নাছিল, বাগৰি অহা চকুলো-বোৰৰ বাবে মনে মনে লাজ অনুভৱ কৰিছিল আৰু ভালকৈ টোপনিও মাৰিব পৰা নাছিল। অৰ্দ্ধ-আৱৰণেৰে তেওঁ সৰু পিয়ানোটোৰ ওচৰত বহি প্ৰায় শব্দ নোহোৱাকৈ কেইটামান সুৰ বজাইছিল, কিয়নো ডাঙৰকৈ বজালে মহাশয়া বসকাৰ্টে সাৰ পাব পাৰে। তাৰপাছত তেওঁ কপালখন শীতল চাবিকোছাৰ ওপৰত গুজি ধৰি বহুসময় লৰচৰ নকৰাকৈ একেধৰণেই বৈ আছিল। তেওঁ ভাবি আছিল, গভীৰ-ভাবে ভাবি আছিল — কদিন মানুহজনৰ বিষয়ে নহয়, কদিনে কোৱা কথাবোৰৰ বিষয়েহে। মাজে মাজে কাচিৎ ভলিণ্টচেভৰ প্ৰতিমূৰ্ত্তিয়ে তেওঁৰ মানসপটত ভুমুকি মাৰিছিল। তেওঁ জানিছিল যে ভলিণ্টচেভে তেওঁক ভালপায়। কিন্তু তেওঁ তৎকালেই সেইজনৰ পৰা আঁতৰি যাব - - - -। এটা আচৰিত ধৰণৰ উত্তেজনাৰ বশবৰ্ত্তী হৈ উঠিছিল তেওঁ।

বাজিপুৱা কিছু বেলি হোৱাত তেওঁ ততাতৈয়াকৈ সাজ-পাৰ কৰিলে। তাৰপাছত তলমহলালৈ নামি গৈ মাকক অভিবাদন জনাই অতি শীঘ্ৰে বাগিচাখনলৈ অকলশৰে গুচি গ'ল।

দিনটো গৰম। মাজে মাজে হঠাতে বৰষুণ হোৱা স্বত্বেও ৰ'দ আৰু পোহৰ আছে। সূৰ্য্যক ঢাকি নৰখাকৈয়ে পাতল ধোঁৱা-বৰণীয়া মেঘবোৰ মুক্ত আকাশত দ্ৰুত গতিত অনায়াসে উৰি ফুৰিছে। সময়ে সময়ে পথাৰবোৰত হঠাৎ আৰু কম সময়ৰ কাৰণে জাকে জাকে প্ৰচুৰ বৰষুণ পৰিছে। হীৰাৰ নিচিনা জিলমিলাই থকা ডাঙৰ ডাঙৰ

ৰৰষুণৰ টোপালবোৰ একপ্ৰকাৰ শুকান শব্দ কৰি দীঘল দীঘল ৰেখাৰে তললৈ নামি আহিছে। নিঃসৰিত ৰৰষুণৰ টোপালবোৰৰ মাজত সূৰ্য্যটো তিৰবিৰাই আছে। বতাহৰ খুন্দাত হালিজালি নপৰি ঘাহবোৰে যেন নীৰৱে তৃষ্ণাতুৰভাবে ৰৰষুণৰ পানী সেৱন কৰিছে। ৰৰষুণে ধুই নিয়া গছৰ পাতবোৰ ধীৰে ধীৰে কঁপি উঠিছে। নিৰৱচ্ছিন্নভাবে পখীবোৰে গান গাইছে। হৈ যোৱা ৰৰষুণ জাকৰ কল-কল, হো-হো শব্দৰ উপৰিও চৰাইৰ সহজাত খিচ্‌খিচ্‌ শব্দবোৰ কি যে আমোদ লগা। দ্ৰুতগতিত পৰা ৰৰষুণৰ টোপালবোৰৰ আঘাটত ধূলিময় ৰাস্তাবোৰৰ ওপৰত ধোঁৱা উঠি ৰাবেবৰণীয়া হৈ পৰিছে। তাৰপাছত মেঘবোৰ, আঁতৰি গ'ল, বতাহজাক দ্ৰুতগতিত বৈ গ'ল আৰু ঘাঁহবোৰ, ওপৰত মৰকত আৰু সোণৰ বহণ চবোৱাৰ দৰে, জিলমিলাই উঠিল। গছৰ পাতবোৰ জাপখাই গ'ল আৰু ডালবোৰৰ মাজেৰে ৰ'দৰ ৰশ্মি পৰি প্ৰকৃতিৰ শোভা বৰ্দ্ধন কৰিলে। এটা প্ৰবল সুবাসেৰে গোটেই-ৰায়ুমণ্ডল সুবাসিত হ'ল।

নাটালিয়া বাগিছালৈ যোৱাৰ সময়ত আকাশখন প্ৰায় ফৰকাল। গোপন সহানুভূতি আৰু অস্পষ্ট অভিলাষৰ মধুৰ ক্লান্তিৰে মানৱ অন্তৰ সহজে প্ৰভাৱান্বিত হোৱা হিতকাৰী আৰু সৌভাগ্যজনিত শান্তি আৰু সজীৱতা এই ফৰকাল আকাশখনে যেন প্ৰদান কৰিলে।

নাটালিয়া পুখুৰীটোৰ পাৰে পাৰে ফুৰি আছে। নামনিয়েদি শুভ্ৰ ঝাওগছেৰে আৱৰি থকা এটা দীঘল বাট। হঠাতে তেওঁৰ সমুখত ৰুদিন উপস্থিত, যেনিবা তেওঁ তলৰ পৰা জঁপিয়াই পাৰত উঠিলহি। নাটালিয়া থত্‌মত্‌ খাই গ'ল। ৰুদিনে তেওঁৰ মুখখন এবাৰ চাই লৈ সুধিলে — 'তুমি অকলশৰে নেকি?'

নাটালিয়াই উত্তৰ দিলে — 'হয় মই অকলশৰে। কিন্তু মই কেৱল একমিনিটৰ বাবেহে বাহিৰলৈ ওলাইছোঁ।- - - - মই এতিয়াই উভতিব লাগিব।'

'ময়ো তোমাৰ লগতে যাম।' তেওঁ নাটালিয়াৰ কাষতে থিয় হ'ল আৰু বিৰবিৰাই কলে — 'তোমাক দুঃখিত যেন লাগিছে।'

'মোক নে ? এইমাত্র মই কব খুজিছিলোঁৱেই যে আপোনাক হতাশ যেন লাগিছে।'

'হব পাৰে - - - অৱস্থাই প্ৰায়েই মোৰ ওপৰত প্ৰভাব পেলায়। কিন্তু তোমাতকৈ মোৰ ক্ষেত্ৰত ই বেছি ক্ষমনীয়।'

'কিয় ? আপুনি ভাবেনেকি যে মোৰ কেতিয়াও দুখ কৰিবলগীয়া একোৱে নাই '

'তোমাৰ বয়সত জীৱনটো উপভোগহে কৰিব লাগে।'

নাটালিয়াই নীৰৱে কেইটামান খোজ দিলে আৰু ক্ষন্তেক পাছতে কৈ উঠিল 'ডিমিত্ৰি নিকোলায়েভিচ !'

'কি বাৰু ?'

'আপোনাৰ মনত আছেনে কালিযে আপুনি বটগছ এজোপাৰ লগত কোনোবা এজনক তুলনা কৰিছিল '

'হয়, নিশ্চয় আছে। কি হ'ল বাৰু ?'

নাটালিয়াই তেওঁৰ ফালে গোপনে এবাৰ চাই লৈ সুধিলে — 'আপুনি কিয় তেনেকৈ তুলনা কৰিছিল - - - - ইয়াৰ দ্বাৰা আপুনি কি বুজাব খোজে ?'

ৰুদিনে মূৰটো তললৈ নমালে আৰু দূৰলৈ ৰ'লাগি চাই থাকিল।

স্বাভাৱিক সংযত আৰু অৰ্থপূৰ্ণ ভঙ্গীৰে তেওঁ কবলৈ আৰম্ভ কৰিলে। তেওঁৰ কথা কোৱা ভঙ্গীয়ে শ্ৰোতাসকলৰ সকলোকে ভবাই তোলে যে তেওঁৰ অন্তৰৰ বেদনাৰ যেন এক দশমাংশও তেওঁ কৈ পাতলাব পৰা নাই। 'নাটালিয়া, সম্ভৱতঃ তুমি লক্ষ্য কৰিছা যে মই মোৰ অতীতৰ বিষয়ে কাচিৎহে কওঁ। বহুতো ঘটনাই আছে, যিবিলাক মই সমূলি স্পৰ্শ কৰা নাই। কি অৱস্থাত মোৰ অন্তৰ জীয়াই আছে তাক কোনে জানিব বিচাৰিব ? মোৰ অন্তৰখন সকলোকে উদঙাই দেখুওৱাতো মই এটা দোষণীয় কাম বুলিয়ে অনুভৱ কৰোঁ। কিন্তু তোমাৰ লগত মই সকলো খোলা-খুলিকৈ কব পাৰোঁ — তুমি মোৰ আত্ম-বিশ্বাসত প্ৰেৰণা যোগাইছা। আমাৰ মাজৰ আন সকলোৰে

নিচিনাকৈ মৰো যে প্ৰণয়াবদ্ধ হৈছিলোঁ আৰু কষ্ট ভোগ কৰিছিলোঁ তাক মই তোমাৰ ওচৰত গোপন কৰিব নোৱাৰোঁ। কেতিয়া আৰু কেনেকৈ সেয়া হ'বলৈ পালে? তাৰপৰা কি হ'ল? কিন্তু মোৰ অন্তৰে বহু আনন্দ আৰু বহু দুখৰ অভিজ্ঞতা লাভ কৰিলে - - -।'

ক্ষন্তেকৰ বাবে কদিন নীৰৱ হৈ গ'ল। তাৰপাছত তেওঁ কৈ গ'ল — 'কালি মই যি কৈছিলোঁ বৰ্ত্তমান অৱস্থাত সেয়া কিছুপৰিমানে মোৰ ক্ষেত্ৰতেই প্ৰযোজ্য। কিন্তু সিও একো কথা নহয়। মোৰ জীৱনৰ সেই দিশটো আৰু নাই। মোৰ কাৰণে যি আছে সেয়া হ'ল এখন পুৰণা গাড়ী যিখনে ধূলিময় ৰাস্তাৰে সূৰ্য্যৰ প্ৰখৰ ৰ'দত স্তৰে স্তৰে মোক টানি লৈ যায় - - -। কেতিয়া মই কোনো এঠাইত উপস্থিত হ'ম বা হব পাৰিম সেইটো ভগবানেহে জানে। আহা, আমি এতিয়া তোমাৰ বিষয়ে কথা পাতোহঁক।'

প্ৰশ্নৰ সুৰত নাটালিয়াই সুধিলে — 'এইটো হব পাৰেনে যে আপুনি জীৱনৰ পৰা একোৱেই আশা নকৰে, ডিমিত্ৰি নিকোলায়েভিচ?'

'অ' নহয়। মই বহুতেই আশা কৰোঁ, কিন্তু মোৰ কাৰণে নহয়। মই কেতিয়াও কাম আৰু কামৰ পৰা পোৱা আনন্দ বিসৰ্জন নিদিওঁ; কিন্তু সুখ-সম্ভোগ হলে বিসৰ্জন দিছোঁ। মোৰ আশা আৰু সপোনবোৰ আৰু মোৰ সুখ-স্বাচ্ছন্দ্যৰ মাজত কোনো মিল নাই। 'প্ৰেম' শব্দটো কৈয়ে তেওঁ কান্ধ জোকাৰি দিলে—'মোৰ কাৰণে নহয়; মই ইয়াৰ আযোগ্য। প্ৰেমত পৰা এগৰাকী মহিলাৰ সম্পূৰ্ণ মানুহজনক দাবী কৰাৰ অধিকাৰ আছে। কিন্তু মই মোৰ সকলোখিনি কেতিয়াও দিব নোৱাৰোঁ। তাৰোপৰি এজন যুৱকহে আকৰ্ষণীয় হব পাৰে; মোৰ যথেষ্ট বয়স হৈছে। মই কেনেকৈ কাক পতিয়ন নিয়াম? ভগবানে কৰিলে মই নিজৰ বোজা নিজৰ কান্ধতে লম।'

নাটালিয়াই বিৰবিৰাই কলে -- 'বুজিছোঁ, মহৎ উদ্দেশ্য সাধনৰ যত্নত থকাজনৰ নিজৰ বিষয়ে ভবাৰ অৱকাশ নাই। কিন্তু তেনে এজন মানুহৰ গুণ গ্ৰহন কৰাৰ বাবে এজনী মহিলা সক্ষম নহয়নে? মই

ভাবোঁ এজন আত্মাভিমানীক হেয়জ্ঞান কৰাটো এজনী মহিলাৰ কাৰণে বেছি স্বাভাৱিক। সকলো যুৱকে, আপুনি কোৱা যুৱকজনো, আত্মাভিমানী। আনকি প্ৰেমত পৰা সময়তো তেওঁলোক নিজকলৈয়ে ব্যস্ত। মোক বিশ্বাস কৰক, এজনী মহিলাই কেৱল যে আত্মত্যাগৰ গুণ গ্ৰহনেই কৰিব পাৰে তেনে নহয়, তেওঁ নিজেও আত্ম-ত্যাগ কৰিবলৈ সক্ষম।'

নাটালিয়াৰ গালদুখন কমলা বৰণীয়া হৈ উঠিল আৰু চকুযুৰি উজ্বলি উঠিল। ৰুদিনৰ লগত চিনাকি হোৱাৰ আগতে তেওঁ কেতিয়াও ইমান দীঘলীয়া আৰু উত্তপ্ত ভাষণ দিয়া নাই।

এটা বিনম্ৰ হাঁহিৰে ৰুদিনে কলে -- 'মহিলাৰ কৰ্ম্মক্ষমতা সম্পৰ্কে মোৰ অভিমত তুমি বহুবাৰ শুনিছা। তুমি জানা, মোৰ মতে কেৱল জোৱান অব আৰ্কেহে ফ্ৰান্সক ৰক্ষা কৰিব পাৰিলেহেঁতেন - - - কিন্তু সেয়া আমাৰ আলোচনাৰ বিষয় নহয়। মই তোমাৰ বিষয়ে কব বিচাৰিছোঁ। তুমি জীৱনৰ দুৱাৰদলিত ভৰি দিছা। তোমাৰ ভবিষ্যতৰ বিষয়ে আলোচনা আনন্দদায়ক আৰু ফলপ্ৰসূ হব। মন কৰিবা, মই তোমাৰ এজন বন্ধু, তোমাৰ প্ৰতি প্ৰায় ভ্ৰাতৃসুলভ অনুৰাগ এটা মোৰ আছে। সেয়েহে মই আশাকৰোঁ তুমি মোৰ প্ৰশ্নটো বিবেচনাহীন বুলি নাভাবিবা। কোৱা, তোমাৰ অন্তৰ সম্পূৰ্ণ মুক্তনে?'

নাটালিয়া চুলিৰ গুৰিলৈকে ৰঙা পৰি গ'ল আৰু একো নকলে। ৰুদিন স্তব্ধ হৈ গ'ল আৰু তেৱোঁ স্তব্ধ হ'ল।

তেওঁ সুধিলে — 'তুমি মোক খং কৰা নাইতো?'

নাটালিয়াই কলে 'নাই কৰা। কিন্তু এইয়া বৰ অপ্ৰত্যাশিত—'

ৰুদিনে কৈ গ'ল 'যিয়েই নহওক, তুমি মোক উত্তৰ দিব নালাগে। মই তোমাৰ ৰহস্য জানোঁ।'

শংকিত হৈ নাটালিয়াই তেওঁলৈ চালে।

'হয়, হয়; সেইজন কোন মই জানোঁ। আৰু মই নিশ্চয় কব লাগিব যে তোমাৰ নিৰ্বাচন ঠিকেই হৈছে। তেওঁ এজন চমৎকাৰ ব্যক্তি; তেওঁ তোমাৰ গুণ গ্ৰহণ কৰিব পাৰিব। জীৱনত তেওঁ কষ্ট

পোৱা নাই। তেওঁ বুদ্ধিমান আৰু সবল ... তেওঁ তোমাক সুখী কৰিব।'

'আপুনি কাৰ কথা কৈছে ডিমিত্ৰি নিকোলায়েভিচ?'

'তুমি যেনিবা নাজানাহে! ভলিন্টচেভৰ। যাক মই ঠিকেই কোৱা নাইনে?'

নাটালিয়াই মুখখন অলপ আঁতৰাই নিলে আৰু সম্পূৰ্ণৰূপে দিশ-হাৰা হৈ পৰিল।

'এৰা, তেওঁ তোমাক ভাল নাপায় জানো? তেওঁৰ চকু সদায় তোমাৰ ওপৰতে, তোমাৰ প্ৰতিটো খোজতেই তেওঁ অনুসৰণ কৰে। প্ৰেম লুকাই ৰখাতো সম্ভৱ জানো? তোমাৰ মা'ৰাও তেওঁৰে সপক্ষে যেন লাগে। তোমাৰ নিৰ্বাচন — '

নিজৰ মনৰ খেলি মেলি ঢাকিবলৈ ওচৰৰ বনজোপালৈ হাতখন আগবঢ়াই দি নাটালিয়াই কদিনক বাধা দিয়াৰ সুৰত কলে — 'ডিমিত্ৰি নিকোলায়েভিচ, আচলতে এই বিষয় আলোচনা কৰাতো মোৰ কাৰণে বৰ কঠিন, কিন্তু মই আপোনাক নিশ্চয়কৈ কৈছোঁ - আপুনি ভুল বুজিছে।'

ৰুদিনে পুনৰ কলে — 'তুমি কৈছা মই ভুল বুজিছোঁ! মই কিন্তু তেনেকৈ নাভাবোঁ। আমি পুৰণা বন্ধু নহয়; কিন্তু মই তোমাক যথেষ্ট ভালকৈ জানোঁ। তোমাৰ যি পৰিবৰ্ত্তন দেখিছোঁ, তেনেহলে ইয়াৰ কাৰণ কি? ছয় সপ্তাহ আগতে মই লগপোৱা জনী তুমি আৰু এতিয়া হৈ থকা নাই। নহয় নাটালিয়া, তোমাৰ অন্তৰ মুক্ত নহয়।'

উশাহ টানি টানি অস্পষ্ট ভাবাবে নাটালিয়াই কলে - 'সি যি কি নহওঁক, সম্ভৱতঃ আপুনি মোক ভুল বুজিছে।'

ৰুদিনে কলে — 'সেয়া কেনেকৈ হব?'

'অনুগ্ৰহ কৰি মোক অকলে থাকিবলৈ দিয়ক। মোক কোনো প্ৰশ্ন নকৰিব।' পৰতকীয়া খোজেৰে তেওঁ ঘৰমুৱা হ'ল। অন্তৰত জাগৰিত হোৱা আকস্মিক অনুভূতিয়ে তেওঁক আতঙ্কিত কৰি

ঢুকিলে।

ৰুদিনে আগবাঢ়ি গৈ নাটালিয়াক খাটতে লগ কৰিলে আৰু খোৱাত বাধা দি বিনম্ৰভাৱে ক'লে— 'এই আলোচনাৰ শেষ এনেদৰে হ'ব নোৱাৰে। বৰং মোৰ কাৰণেও ই বৰ গুৰুত্বপূৰ্ণ। তোমাক বাৰু মই কেনেকৈ বুজোঁ।'

নাটালিয়াই পুনৰ ক'লে — 'মোক অকলশৰে থাকিবলৈ দিয়ক।'

'নাটালিয়া! ঈশ্বৰৰ দোহাই।' ৰুদিনৰ মুখমণ্ডলত উত্তেজনা পৰিলক্ষিত হ'ল। তেওঁ শেঁতা পৰি গ'ল।

'আপুনি সকলো বুজে, মোকো নিশ্চয় বুজিব!' নাটালিয়াই ক'লে। তেওঁ টানি নিয়াৰ নিচিনাকৈ হাতখন আঁতৰাই নিলে আৰু কোনোফালে নোচোৱাকৈয়ে গুচি গ'ল।

'মাত্ৰ এটি কথা,' ৰুদিনে চিঞৰি চিঞৰি পাছফালৰ পৰা ক'লে।

তেওঁ বৈ গ'ল, কিন্তু ফিৰি নাচালে।

'কালি মই তুলনা কৰি কি কব বিচাৰিছিলো সেয়া তুমি মোক সুধিছিলা। মই তোমাক কম। কোনো ভুল বুজা-বুজি হব নালাগে। মই মোৰ বিষয়ে কৈছিলোঁ।----আৰু তোমাৰ বিষয়ে।'

'কি! মোৰ বিষয়ে?'

'হয়, তোমাৰ বিষয়ে। মই বাৰে বাৰে কৈছোঁ। কোনো ভুল বুজা-বুজি হোৱাটো মই নিবিচাৰোঁ। এতিয়া তুমি বুজিলানে কি অনুভূতি — কি নতুন অনুভূতিৰে মই তেতিয়াৰ কথাবোৰ কব ধৰিছোঁ। আজিলৈ মই কেতিয়াও সাহস কৰিব পৰা নাই -'

নাটালিয়াই তৎক্ষণাত হাতদুখনেৰে মুখখন ঢাকি ললে আৰু ঘৰমুৱা হৈ দৌৰ দিলে। ৰুদিনৰ লগত হোৱা কথা-বতৰাৰ অপ্ৰত্যাশিত চৰম অৱস্থাত মৰ্ম্মাহত হৈ তেওঁ অৱচেতনভাৱে দৌৰি গ'ল। তেওঁ ভলিণ্টচেভৰ কাষেৰে দৌৰি গ'ল, অথচ তেওঁ তাত থকাটো গমকে নাপালে। ভলিণ্টচেভ এডাল গছৰ ডালত আউজি নিথৰ হৈ থিয় হৈ আছে। পোন্ধৰ মিনিটমান আগতে তেওঁ মেডাম লাচুনস্কায়াৰ ঘৰত উপস্থিত হৈ ভ্ৰইংৰুমতে ঘৰৰ গৰাকিনীক লগ ধৰে। তেওঁৰ লগত

কেইষাৰমান কথা-বতৰা হোৱাৰ পাছতে নাটালিয়াক বিচাৰি তেওঁ ওলাই যায়। প্ৰেমিক অনুভূতিৰে তেওঁ পোনে পোনে বাগিচালৈ গ'ল আৰু ঠিক কিছিনৰ পৰা নাটালিয়াই হাতখন টানি আঁতৰাই অনা মুহূৰ্ততে তাত উপস্থিত হ'ল। তেওঁৰ চকুত এই সকলোবোৰ অন্ধকাৰ অন্ধকাৰ যেন লাগিল। কিছুপৰ নাটালিয়াৰ কাষে ৰ'লাগি চাই থকাৰ পাছত তেওঁ গছজোপাৰ পৰা আঁতৰি আহিল আৰু উদ্দেশ্য-বিহীনভাবে কেইটামান খোজ দিলে। কদিনে চকু তুলি দেখিলে ভলিণ্টচেভ তেওঁৰ ওচৰতে থিয়হৈ আছে। উভয়ে চকুৱে চকুৱে চালে; তললৈ মূৰ নমাই অভিবাদন জনালে আৰু নীৰৱে আঁতৰি গ'ল।

'এয়াই ইয়াৰ শেষ নহয়।' তেওঁলোক উভয়ে ভাবিলে।

ভলিণ্টচেভ ঘূৰি ঘূৰি বাগিচাৰ শেষ সীমা পালেগৈ। তেওঁৰ নিজকে হতভগা যেন লাগিল আৰু অন্তৰত তিক্ততা অনুভৱ কৰিলে। তেওঁৰ অন্তৰত এটি ক্লান্তিৰ বোজা। খণ্ডতে তেওঁ বগা পৰি উঠিল। ইতিমধ্যে টিপ্‌ টিপ্‌কৈ বৰষুণ পৰিবলৈ ধৰিলে। ৰূদিন তেওঁৰ কোঠালৈ উভতি গ'ল। তেওঁ আৰু অস্থিৰ হৈ উঠিল, তেওঁৰ মনটো এক ভীষণ অনিশ্চয়তাত শিয়ৰি উঠিল। এটি তৰুণ আৰু সাধু আত্মাৰ অপ্ৰত্যাশিত কিন্তু বিশ্বাস্য খোলা প্ৰকাশে আনকি নিৰ্দ্দয়বোৰকো বিচলিত কৰে।

দুপৰীয়া আহাৰৰ সময়খিনি নানা ব্যতিক্ৰমৰ মাজেৰে কোনোমতে অতিবাহিত হ'ল। নাটালিয়াই চকাখনত ভালকৈ বহিবই নোৱাৰিলে। তেওঁৰ মুখখন মৃত্যুবৎ শেঁতা, চকুযুৰি ওপৰলৈ নুতুলিলেই। ভলিণ্টচেভে সচৰাচৰ বহাৰ নিচিনাকৈ তেওঁৰ ওচৰতে বহিল, আৰু মাজে মাজে জোৰ কৰি হলেও নাটালিয়াক উদ্দেশ্য কৰি দুই এটা মন্তব্য কৰিলে। মেডাম লাচুনস্কায়াৰ ঘৰত পিগাচভেও সিদিনা দুপৰীয়াৰ আহাৰ কৰিলে। তেওঁৱেই মাথোঁ আন যিকোনোতকৈ কথা বেছিকৈ কলে। অন্যান্যৰ লগতে তেওঁ যুক্তি দিলে যে কুকুৰৰ নিচিনা মানুহকো চুটি-নেজীয়া আৰু দীঘল-নেজীয়া হিচাবে শ্ৰেণী বিভক্ত কৰিব পৰা যায়। মানুহবোৰ চুটি-নেজীয়া হয়, তেওঁ কলে, হয়তো জন্মৰ কাৰণে অথবা

তেওঁলোকৰ নিজৰ দোষৰ কাৰণে। হতভগা সকলেই চুটি নেজীয়া। সিহঁতৰ আত্ম-বিশ্বাস নাই, আৰু সেয়েহে জীৱনত কেতিয়াও কৃতকাৰ্য্য হব নোৱাৰে। দীঘল চুলিযুক্ত নেজ বিশিষ্টজন হ'ল ভাগ্যবান। তেওঁ চুটি-নেজীয়া সকলতকৈ নিকৃষ্ট বা দুৰ্বল হব পাৰে, কিন্তু তেওঁৰ নিজৰ ওপৰত বিশ্বাস আছে; যেতিয়া তেওঁ নেজ মেলি দিয়ে তেতিয়া প্ৰত্যেকৰে প্ৰশংসাৰ পাত্ৰ হৈ পৰে। নেজডালৰ সম্পৰ্কত এটা কৌতু-হলপূৰ্ণ কথা হ'ল এই, আপোনালোকে স্বীকাৰ কৰিব, যে শৰীৰৰ ই এটা সম্পূৰ্ণ অদৰকাৰী অংশ; নেজডালৰনো কি আছে! তথাপি নেজৰ দ্বাৰাহে প্ৰত্যেকে মানুহৰ যোগ্যতা বিচাৰ কৰে।

এটা হুমুনিয়াহ কাঢ়ি তেওঁ আৰু যোগ দিলে, 'মই নিজেই এজন চুটি-নেজীয়া শ্ৰেণীৰে, আৰু সেই বিষয়ে কৌতুহলপূৰ্ণ কথা এয়ে যে মই মোৰ নেজডাল নিজে কাটি চুটি কৰি লৈছোঁ।।'

হঠাতে কদিনে কলে — 'আনকথাত, বহুদিন আগতে 'লা ৰোচে ফুক্‌দে' যি কৈছিল তাকেই আপুনি কব বিচাৰিছে: আপুনি আপোনাৰ নিজৰ ওপৰত বিশ্বাস ৰাখক, আনেও আপোনাক বিশ্বাস কৰিব। তাত নেজৰ কথা আহিব বুলি মই নাভাবোঁ।'

ভলিণ্টচেভৰ চকুযুৰি উজ্বলি উঠিল আৰু তৎক্ষণাত তেওঁ কলে— 'প্ৰত্যেকৰ অভিৰুচি অনুযায়ী নিজৰ মত প্ৰকাশ কৰাৰ অধিকাৰ আছে। স্বৈৰতন্ত্ৰৰ কথাকে ধৰক! - - - যদি আপুনি মোক সোধে মই কম যে কোনো স্বেচ্ছাচাৰী তথাকথিত বুদ্ধিমান ব্যক্তি সকলতকৈ কোনোগুণে বেয়া নহয়। বুদ্ধিমান সকলক চয়তানে সন্তুষ্ট;'

ভলিণ্টচেভৰ বিস্ফোৰিত কথাত তেওঁলোক নীৰৱ নিস্তব্ধ হৈ গ'ল। কদিনে তেওঁৰ চকুৰে চকুৰে চালে। কিন্তু বেছি সময় চাই থাকিব নোৱাৰি তেওঁৰ চকু ঘূৰাই আনিলে, মিচিকিয়াই হাঁহিলে আৰু এটা শব্দও উচ্চাৰণ কৰিব নোৱাৰিলে।

পিগাচভে ভাবিলে — 'অ' তুমিও চুটি নেজীয়া।' মুখ দেখিয়ে নাটালিয়াৰ অন্তৰ বুজিব পৰা গ'ল। হতবাক হৈ মেডাম লাচুনস্কায়াই ভলিণ্টচেভলৈ ৰ'লাগি চাই থাকিল। তেৰেঁই প্ৰথমে নীৰৱতা ভঙ্গ

কৰিলে। তেওঁৰ বন্ধু মন্ত্ৰী 'এন'ৰ অসাধাৰণ মৃত্যুৰ এটাৰ কাহিনী এটা তেওঁ কবলৈ ধৰিলে।

দুপৰীয়াৰ আহাৰৰ ক্ষন্তেক পাছতে ভলিন্টচেভ গুচি গ'ল। নাটালিয়াৰ পৰা বিদায় লোৱাৰ সময়ত তেওঁ নকৈ নোৱাৰিলে, 'তোমাক কিয় ইমান অস্থিৰ দেখা গৈছে? যেনিবা তুমি অপৰাধীহে? তুমি কেতিয়াও কাৰো ওচৰতে দোষী হব নোৱাৰা।'

তেওঁৰ কথাই নাটালিয়াৰ মনত কোনো ক্ৰিয়া কৰিব নোৱাৰিলে। ভলিন্টচেভ ওলাই যাওঁতে তেওঁ কেৱল এটা কুটিল চাৱনিৰে চালে।

চাহখোৱাৰ আগতে কদিন নাটালিয়াৰ ওচৰলৈ আহিল, আৰু বাতৰি কাকতখন চোৱাৰ ছলেৰে মেজৰ ওপৰত হাসি পৰি ফুচফুচাই কলে, 'এই সকলোবোৰ এটা স্বপ্নৰ নিচিনা নহয়নে? মাথোঁ এক-মিনিটৰ বাবে হলেও মই তোমাক অকলশৰে নিশ্চয় লগ পাব লাগিব।' মেডামেচেল বনকাৰ্টৰ ফালে ঘূৰি তেওঁ কলে, 'এয়া আপুনি বিচৰা লঘু সাহিত্যৰ আলোচনীখন।' তাৰপাছত নাটা-লিয়াৰ ফালে হালি তেওঁ বিৰবিৰাই কলে — 'দহমান বজাত চাঁদৰ ওচৰৰ সুগন্ধি লীলাক জোপাৰ ছাঁখিনিলৈ অহাৰ চেষ্টা কৰিবা - - - মই তোমাক অপেক্ষা কৰি থাকিম।'

কদিনে আলোচনাৰ ক্ষেত্ৰ পিগাচভকে এৰি দিলে। তেৱেঁই সেই সন্ধিয়াৰ মুখ্য নায়ক। তেওঁ মেডাম লাচুনস্কায়াক বৰকৈ আমোদ দিলে। প্ৰথমে তেওঁ এটা গল্প কলে — তেওঁৰে চুবুৰীয়া এজনৰ সম্পৰ্কত, যিজন সুদীৰ্ঘ ত্ৰিশ বছৰ জুৰি তিৰোতাসেৰুৱা হৈ থাকি ইমান স্ত্ৰী-সদৃশ হৈ পৰিল যে এদিনাখন পিগাচভৰ সমুখতে এটা সৰু ডোবা পাৰ হোৱাৰ সময়ত মহিলাসকলে পেটিকোটত ধৰাৰ নিচিনাকৈ সি তাৰ কোটচোলাটোৰ এটা ফাল ডাঙি ধৰিলে। তাৰপাছত তেওঁ আন এজন গাৱঁলীয়া ভদ্ৰলোকৰ বিষয়ে কলে, যিজন প্ৰথমে আছিল এজন ৰাজমিস্ত্ৰী, তাৰপাছত হ'ল মানসিক বিকাৰগ্ৰস্ত আৰু অৱশেষত যিজনে বেংকৰ মালিক হবলৈ মনস্থ কৰিছিল। এজন স্বাধীন ৰাজমিস্ত্ৰী হিচাবে তেওঁ কি কৰিছিল বুলি পিগাচভে সোধাত

মানুহজনে উত্তৰ দিছিল 'স্বাভাৱিকতে মোৰ কনিষ্ঠা আঙুলিৰ নখটো দীঘলকৈ ৰাখিছিলো।'

তাৰপাছত পিগাচভে প্ৰেমৰ ওপৰত তেওঁৰ অভিমত দাঙি ধৰিলে। লগতে কলে যে মহিলাৰ সূক্ষ্ম অনুভূতিক তেওঁ অনুপ্ৰাণিত কৰিব পাৰে। সেয়েহে কোনো এজনী কঠুৱা জাৰ্মান মহিলাই এসময়ত তেওঁক 'দি-লিচিয়াচ লিটিল আফ্ৰিকান' বুলি সম্বোধন কৰিছিল। কথা শুনি মেডাম লাচুনস্কায়াই এনেদৰে হিয়াখুলি হাঁহিলে, যিদৰে তেওঁ জীৱনত কেতিয়াও হঁহা নাছিল। মেডাম লাচুনস্কায়াই হাঁহিলে হয়, কিন্তু পিগাচভে হলে মিছা কোৱা নাই: তেওঁৰ বিজয়ৰ বাবে সঁচা-কৈয়ে গৌৰৱ কৰাৰ অধিকাৰ আছে। তেওঁ নিঃসন্দেহে কলে যে এজনী মহিলা বা যিকোনো মহিলাকে প্ৰেমত পেলোৱাটোৰ নিচিনা সহজ কাম আৰু একো নাই। মাথোঁ আপুনি একেৰাহে দহদিন ধৰি বাৰে বাৰে তেওঁক কওঁক যে তেওঁৰ ওঁঠ দুটা স্বৰ্গৰ নিচিনা, চকুযুৰি সুউজ্জ্বল আৰু তেওঁৰ বাহিৰে আন সকলো মহিলাই কুৎচিত পুতলাৰ দৰে। একাদশ দিনত তেওঁ নিজেই কব যে সঁচাকৈয়ে তেওঁৰ ওঁঠ দুটা স্বৰ্গীয়, চকুযুৰি আকৰ্ষণীয়ভাবে উজ্জ্বল আৰু দেখিব তেওঁ আপোনাৰ প্ৰেমত পৰি গ'ল। এনেবোৰ ঘটনা নঘটা নহয়। কোনে জানে হয়তো পিগাচভে ঠিকেই কৈছে।

সাৰে ন'বজাৰ লগে লগে ৰুদিন ইতিমধ্যে গৈ ফুলজোপাৰ তলৰ ছাঁত উপস্থিত হ'ল। ডাঠ পাণ্ডু বৰণীয়া আকাশত ক্ষুদ্ৰ ক্ষুদ্ৰ নক্ষত্ৰ-বোৰ দৃশ্যমান হৈছে। পশ্চিম মণ্ডল এতিয়াও ৰক্তিম হৈয়ে আছে, সেইফালে আকাশখনো বেছ উজ্জ্বল আৰু ফৰকাল হৈ আছে। বাৰ্চ-গছৰ হালিপৰা ডালবোৰৰ অন্ধকাৰ আৱেষ্টনীৰ সুৰুঙাৰে অৰ্দ্ধচন্দ্ৰটোৱে সোণালী ৰশ্মি বিকিৰণ কৰিছে। হাজাৰ হাজাৰ চকুসদৃশ ছিদ্ৰৰে সৈতে অন্যান্য গছবোৰ তমসাচ্ছন্ন দৈত্যৰ নিচিনাকৈ থিয় হৈ আছে। লীলাক আৰু একেচিয়াচৰ একেবাৰে ওপৰৰ ডালবোৰে গৰম বতাহত সাৱধানে ভাৰসাম্য ৰক্ষা কৰি আছে; এটি পাতো লৰা নাই। ওচৰতে থকা ঘৰটো আন্ধাৰত অস্পষ্ট হৈ আছে। দীৰ্ঘকাল ধৰি

সোলোক-ঢোলোক হৈ থকা ঈষৎ ৰক্তবৰ্ণ খিৰিকীবোৰ জোৰা টাপলিৰে দীপ্তিমান হৈ বাহিৰ ওলাই আছে। এয়া এটা শান্ত, নীৰৱ সন্ধিয়া। কিন্তু এই নীৰৱতাৰ মাজতে এটি কন্ধ আবেগৰ হুমুনিয়াহ প্ৰায়েই শুনা গৈছে।

বুকুত হাত সাবটি কদিন থিয় হৈ আছে। উদ্বিগ্নভাবে কিবা শুনাৰ আশাত কাণ দুখনক অযথা কষ্ট দিছে। প্ৰচণ্ডভাবে তেওঁৰ বুকুখন ধপ্‌ধপাইছে, ঘন ঘনকৈ তেওঁ উশাহ লৈছে। পৰিশেষত মৃদু কিন্তু খৰতকীয়া খোজৰ শব্দ তেওঁৰ কাণত পৰিল, আৰু লগে লগে নাটালিয়া আহি সেই ফুলজোপাৰ ছাঁত উপস্থিত হ'ল।

কদিনে জাপমাৰি গৈ তেওঁৰ ওচৰ পালে আৰু নাটালিয়াৰ হাতদুখন নিজৰ হাতেৰে সাৱটি ধৰিলে। ছোৱালীৰ হাতবোৰ ৰৰফৰ দৰে চেঁচা।

তেওঁ উশাহ টানি টানি কঁপা কঁপা মাতেৰে বিৰবিৰাই কলে— 'নাটালিয়া! মই তোমাক লগ পাব বিচাৰিছো - - - - মই কাইলৈ অপেক্ষা কৰিব নোৱাৰোঁ। মই নিশ্চয় তোমাক কিবা কিবি কব লাগিব, যিটো মই কেতিয়াও ভবা নাছিলোঁ। — মই তোমাক ভাল পাওঁ।' নাটালিয়াৰ হাতদুখন তেওঁৰ হাতৰ মাজতে কঁপি উঠিল।

তেওঁ পুনৰ কলে, 'মই তোমাক ভালপাওঁ। তোমাক যে মই ভালপাওঁ সেয়া ইমান দিনে অনুভৱ নকৰাকৈ মই যে কিমান অন্ধ হৈ আছোঁ! আৰু তুমি - - - - ? আৰু তুমি, নাটালিয়া?'

উত্তেজনাত নাটালিয়াৰ উশাহ-বন্ধ হৈ গ'ল। অৱশেষত কথমপি কলে — 'মই দেখোন আহিছোৱেই।'

'হয়, আহিছা, কিন্তু মোক কোৱা— তুমি মোক ভালপোৱানে?'

ক্ষীণস্বৰে তেওঁ কলে— 'মই ভাবোঁ - - - - মই ভালপাওঁ।'

কদিনে তেওঁৰ হাতদুখনত টানকৈ চেপি ধৰিলে আৰু তেওঁক ওচৰলৈ টানি আনিবলৈ চেষ্টা কৰিলে। নাটালিয়াই তৎক্ষণাত চাৰিওফালে এবাৰ চাই ললে। 'মোক যাবলৈ দিয়ক — মোৰ ভয় লাগিছে — কিজানি আমাৰ কথাবোৰ কোনোবাই শুনি আছে - - -।

ঈশ্বৰৰ দোহাই, খু-উ-ৰ সাৱধান হব — ভলিন্টচেভে আমাক সন্দেহ কৰে।'

'তেওঁৰ বিষয়ে কোনো চিন্তা নকৰিবা। দেখিছিলা নহয় আজি আবেলি মই আনকি তেওঁৰ কথাৰ উত্তৰে নিদিলোঁ। হায়! নাটালিয়া, মই যে কিমান সুখী। এতিয়া আমাক একোৱে পৃথক কৰিব নোৱাৰে।'

নাটালিয়াই তেওঁৰ চকুযুৰিলৈ চাই সৰু সৰুকৈ কলে — 'মোক যাবলৈ দিয়ক, মই যাবই লাগিব।'

ৰুদিনে কলে — 'এক মুহূৰ্ত্ত মাথোন — '

'নহয়, অনুগ্ৰহ কৰি মোক যাবলৈ দিয়ক।'

'সম্ভৱতঃ তুমি মোক ভয় কৰিছা?'

'নহয়, কিন্তু মই এতিয়াই যাব লাগিব।'

'তেনেহলে যোৱা, অন্ততঃ এবাৰ পুনৰ — '

নাটালিয়াই সুধিলে – 'কওঁক, আপুনি সুখী হৈছে জানো?'

'মই? এই পৃথিবীত মই আটাইতকৈ সুখী মানুহ। 'তোমাৰ ইয়াত সন্দেহ আছে নেকি?'

নাটালিয়াই মূৰটো তুলিলে। ফুলনিৰ নিগূঢ় ছাঁত সন্ধিয়াৰ আকাশৰ ক্ষীণ পোহৰ পৰি তেওঁৰ মুখখন কিমান যে ধুনীয়া, মহান নিমজ আৰু অনুৰক্ত হৈ উঠিল।

'তেনেহলে জানি লওঁক,' তেওঁ কলে, মই আপোনাৰে হম।'

ৰুদিনে চিঞঁৰি দিলে – 'ধন্য ঈশ্বৰ!'

নাটালিয়াই তেওঁক এৰাই আহিল আৰু গুচি গ'ল। ৰুদিন অলপ সময় নীৰৱ হৈ ৰ'ল আৰু তাৰপাছত সেই ঠাইৰ পৰা আঁতৰি গ'ল। অন্ধকাৰৰ মাজতো জোনৰ পোহৰে তেওঁৰ মুখখন বাচি উলিয়ালে। তেওঁৰ ওঠত এটি হাঁহি বিৰিঙি উঠিল, এটি তৃপ্তিৰ হাঁহি। উশাহ টানি টানি তেওঁ কলে— 'মই সুখী। হয়, মই সুখী।' তেওঁ বাৰে বাৰে কলে যেনিবা নিজক পতিয়ন নিয়াবলৈহে।

তেওঁ নিজকে সজ্জিত কৰি ললে। কেকোৰা চুলিকোচা হাতেৰে

লাহে লাহে জোকাৰি দিলে আৰু আনন্দেৰে, বহুসময় জোকাৰি জোকাৰি তাৰাতাৰিঁকৈ বাগিচাখনত সোমাই পৰিল।

ইতিমধ্যে বাগিচাৰ লীলাকবোৰ নিঃশব্দে পৃথক হৈ পৰিল আৰু প্লেগ্লেভক্সিক অত দেখা গ'ল। তেওঁ সতর্কভাৱে চাৰিওফালে ঘূৰি চালে, মূৰ জোকাৰিলে, ওঠ দুটা জ পাই লৈ তাৎপর্য্যপূর্ণ ভাৱে সৰু সৰুকৈ কলে 'তেনেহলে মেডামে সকলো শুনিব' আৰু তেওঁ অন্তৰ্দ্ধান হ'ল।

# অষ্টম অধ্যায়ঃ

অৱসাদ আৰু চিন্তাত জর্জৰিত হৈ ভলিণ্টচেভ ঘৰলৈ উভতিল। ঘৰত একমাত্র ভনীয়েক জনীৰ সৈতে কথা-বতৰা হওঁতেও তেওঁ একেবাৰে অমনোযোগী হৈ পৰিল: আৰু অবিলম্বে তেওঁ পঢ়া কোঠাৰ ভিতৰত আৱদ্ধ হৈ পৰিল। অৱস্থা বেয়া যেন দেখি মেডাম লিপিনাই লেজনেভক মাতি পঠিওৱাটোকে স্থিৰ কৰিলে। যি কোনো জৰুৰী অৱস্থাত তেওঁ লেজনেভৰ ওপৰত নির্ভৰ কৰে। লেজনেভে তেওঁলৈ খবৰ পঠিয়ালে যে তেওঁ পিছদিনাহে আহিব।

পিছদিনা ৰাতিপুৱাও ভলিণ্টচেভৰ মানসিক অৱস্থাৰ কোনো পৰিবৰ্ত্তন হোৱা নাই। তেওঁ চাহখোৱাৰ পাছতেই কোনো এটা কামত বাহিৰলৈ যোৱাৰ ইচ্ছা প্রকাশ কৰিলে। কিন্তু যোৱা নহ'ল, ঘৰতে থাকি গ'ল। চোফা এখনত বাগৰি পৰি এখন কিতাপ পঢ়িবলৈ ললে, যিটো কামত তেওঁ সমূলি অভ্যস্ত নহয়। অৱশ্যে সাহিত্যৰ প্রতি তেওঁৰ কোনো পূর্ব্ব অনুৰাগ নাই। কিন্তু কবিতাৰ প্রতি তেওঁ সদায় ত্রস্তমান। তেওঁ কথাতে কয়—'কবিতাৰ দৰে অবোধ্য' আৰু

আৰু সাব্যস্ত কৰিবলৈ কবি আইমুলেটৰ কবিতাৰ তলৰ শাৰীকেইটা উদ্ধৃত কৰে।

'শোকৰ দিনবোৰৰ নোহোৱালৈ অৱসান
বিবেক নাইবা ভাগ্যৰ গৌৰৱে
নহয় সমর্থ চিণ্ডিবলৈ বা ভাজ খুৱাবলৈ
জীৱনৰ তেজ-লগা 'ফৰগেট-মি-নট'।'

মেডাম লিপিনাই উদ্বিগ্নভাবে ককায়েকৰ ওপৰত দৃষ্টি ৰাখিলে। কিন্তু কোনো ধৰণৰ প্ৰশ্ন সোধাৰ পৰা তেওঁ বিৰত থাকিল। এনেতে এখন গাড়ী আহি পদূলি মুখত ৰ'ল। 'ধন্য ঈশ্বৰ', তেওঁ ভাবিলে, 'সেইজন নিশ্চয় লেজনেভ হ'ব।' এনেতে লগুৱা এজন সোমাই আহিল আৰু ৰুদিন অহা খবৰ দিলে।

ভলিণ্টচেভে তেওঁৰ হাতৰ কিতাপখন দলিমাৰি দি ওপৰলৈ মুৰ তুলি সুধিলে — 'কোন?'

লগুৱাজনে পুনৰ কলে — 'ডিমিত্ৰি নিকোলায়েভিচ ৰুদিন।'

ভলিণ্টচেভ জাপমাৰি উঠিল। তেওঁ আদেশ দিলে — 'তেওঁক ভিতৰলৈ আহিব কোৱা।' মেডাম লিপিনালৈ ঘূৰি চাই কলে — 'আৰু ভনী তুমি গুচি যোৱা, আমাক অকলে থাকিবলৈ দিয়া।'

দাবীৰ সুৰত লিপিনাই কলে — 'কিন্তু কিয়?'

খং দেখুৱাই তেওঁ চমুকৈ কলে — 'কাৰণ আছে, অনুগ্ৰহ কৰি মই যি কৈছো তাকে কৰা।'

ৰুদিন ভিতৰলৈ সোমাই আহিল। ভলিণ্টচেভে কোঠাটোৰ মাজতে থিয় হৈ উদাসভাবে মূৰটো নমাই সাধাৰণ সৌজন্য দেখুৱালে, কিন্তু কৰমৰ্দ্দনৰ বাবে হাতখন আগবঢ়াই নিদিলে।

মূৰৰ টুপীটো খুলি খিৰিকীৰ বাৰত ওলোমাই থৈ ৰুদিনে প্ৰথমে মন্তব্য কৰিলে। 'মই ভালকৈ জানোঁ। মই অহাতো আপুনি আশা নকৰে।' তেওঁৰ ওঁঠ দুটা সামান্যভাবে কঁপি উঠিল। তেওঁ সহজ হ'ব পৰা নাই; কিন্তু মনৰ অস্থিৰ অৱস্থা লুকাই ৰখাৰ বাবে বৰ চেষ্টা কৰিছে।

উত্তৰত ভলিণ্টচেভে কলে — 'নিশ্চয় আশা নকৰোঁ। যোৱাবাৰ্তি যি ঘটিছিল তাৰপাছত আপোনাৰ পৰা বাণী লৈ আন কোনোৰা এজন অহাহে বৰং আশা কৰিছিলোঁ।'

বহি লৈ কদিনে কলে — 'আপোনাৰ কথাৰ অৰ্থ মই বুজোঁ, আৰু আপোনাৰ খোলা স্বভাৱক মই প্ৰশংসা কৰোঁ। এজন সম্ভ্ৰান্ত ব্যক্তিক দেখা কৰাৰ নিচিনাকৈ মই নিজেই আপোনাক দেখা কৰিবলৈ আহিছোঁ। সেই দিশৰ পৰা নিশ্চয় ই এটা ভাল কথা।'

ভলিণ্টচেভে কলে – 'আমি প্ৰশংসাবাদ বাদ দিব নোৱাৰোনে?'

'মই মোৰ সাক্ষাতৰ উদ্দেশ্য ব্যাখ্যা কৰিব বিচাৰোঁ।'

'আমি পৰিচিত। মোৰ ইয়ালৈ আপুনি বাৰু কিয় নাহে? ইয়াৰোপৰি আপোনাৰ সাক্ষাতেৰে মোক গৌৰৱান্বিত কৰাটো এয়ে প্ৰথম নহয়।'

'এজন ভদ্ৰলোকে আন এজনৰ তালৈ যোৱাৰ নিচিনাকৈ মই আপোনাৰ ইয়ালৈ আহিছোঁ।' ভেওঁ পুনৰ কলে। 'মই আপোনাৰ বিচাৰৰ বাবে আবেদন কৰিব খোজোঁ। আপোনাৰ ওপৰত মোৰ গভীৰ বিশ্বাস আছে।'

তেতিয়াও কোঠালীৰ মাজতে থিয় হৈ থাকি অনিশ্চিতভাবে কদিনৰ ফালে চাই আৰু প্ৰতি মুহূৰ্ত্তে নিজৰ গোফযোৰৰ মূৰ দুটা টানি টানি ভলিণ্টচেভে কলে — 'অনুগ্ৰহ কৰি আচল কথালৈ আহক।'

'মোক অনুমতি দিয়ক - -- মই সঁচাকৈয়ে কিছুমান কথা কবলৈ আহিছোঁ। কিন্তু সকলোবোৰ একেলগেতো আৰম্ভ কৰিব নোৱাৰি।'

'কিয় নোৱাৰি?'

'এজন তৃতীয় ব্যক্তিও ইয়াৰ লগত জড়িত - - - -'

'সেইজন কোন?'

'মই কাৰ কথা কৈছোঁ আপুনি জানেই, চেৰগেই পাভলভিচ!'

'মই নাজানোঁ, ডিমিত্ৰি নিকোলায়েভিচ!'

'তেনেহলে আপুনি জানিব বিচাৰে — '

'আপুনি অলাগতিয়াল কথাবোৰ কোৱা বন্ধ কৰাতো মই বাঞ্চা কৰোঁ।' ভলিণ্টচেভে হঠাতে কৈ পেলালে আৰু তীব্ৰ গতিত তেওঁৰ খং বাঢ়ি গ'ল।

কদিনে ক্ৰোধান্বিত হৈ ভলিণ্টচেভলৈ চালে। 'তেনেহলে ভাল কথা। আমাৰ কথা শুনিবলৈ ইয়াত আন কোনো নাই। মই আপোনাক নিশ্চয় কব লাগিব — যদিও সম্ভৱতঃ আপুনি ইতিমধ্যে অনুমান কৰিব পাৰিছেই।' (ভলিণ্টচেভৰ এটা অধৈৰ্য্য শিঁহৰণ দেখা গ'ল।) মই নিশ্চয় আপোনাক কব লাগিব যে মই নাটালিয়াক ভালপাওঁ আৰু তেওঁ যে মোক ভালপায় সেয়া বিশ্বাস কৰাৰ যুক্তি মোৰ আছে।'

ভলিণ্টচেভ শেঁতা পৰি গ'ল। কিন্তু মুখেৰে একো নকলে। তেওঁ খিৰিকীৰ ওচৰলৈ আগবাঢ়ি গ'ল আৰু কদিনৰ ফালে পিঠি দিলে।

কদিনে পুনৰ আৰম্ভ কৰিলে — 'আপুনি বুজে যে মোৰ যদি বিশ্বাস নহলহেঁতেন — '

'সৎ ঈশ্বৰ!' ভলিণ্টচেভে তৎক্ষণাত বাধা দি কলে – 'মোৰ সমূলি সন্দেহ নাই - - - - ভাল, আপুনি সৌভাগ্যবান হওঁক। কিন্তু কিয় আপুনি এই জঘন্য খবৰটো মোলৈ আনিছে তাক মই বুজিব নোৱাৰিলোঁ। ইয়াৰে মই কি কৰিম? আপুনি কাক ভালপায় আৰু কোনে আপোনাক ভালপায় সেয়া জানো মোৰ ভাবিবলগীয়া? সেইটোৱে মই বুজিব পৰা নাই।'

ভলিণ্টচেভে খিৰিকীৰে বাহিৰলৈ ৰ'লাগি চাই থাকিল। তেওঁৰ মাতটো গহীন হৈ গ'ল।

কদিন থিয় হ'ল। 'মই আপোনাক কম — কিয় বাৰু মই আপোনাৰ ইয়ালৈ অহাটো স্থিৰ কৰিলোঁ, কিয় বাৰু মই ভাবিলোঁ যে আমাৰ পৰস্পৰৰ অনুভূতিবোৰ আপোনাৰ পৰা লুকাই ৰখাৰ অধিকাৰ মোৰ নাই বুলি। আপোনাক মই গভীৰভাৱে শ্ৰদ্ধা কৰোঁ — সেয়েহে মই আহিলোঁ। আমি কোনোজনে ভণ্ডামিৰে

আপোনাক প্ৰতাৰণা কৰিবলৈ বিচৰা নাই। আপোনাৰ নাটালিয়াৰ প্ৰতি থকা আসক্তিৰ কথা মই জানোঁ। মোক বিশ্বাস কৰক, মই ভালদৰে বুজো মোৰ যোগ্যতা কিমানখিনি! তেওঁৰ হৃদয়ত আপোনাৰ যি ঠাই সেই ঠাই অধিকাৰ কৰাৰ বাবে যে মোৰ কমেই উপযুক্ততা আছে তাকো মই জানো। কিন্তু যিহেতু ই ভাগ্যৰে পৰিণতি, চল-চাতুৰী আৰু ভণ্ডামীৰ ইয়াত কোনো স্থান থাকিবই নোৱাৰে। আমি জানো ভুল বুজাবুজিৰ মাজেৰে কালি দুপৰীয়াৰ আহাৰৰ সময়ৰ সেই দুৰ্ভাগ্যজনক দৃশ্যৰ পুনৰ অৱতাৰণা হবলৈ দিম? তেনে হবলৈ দিয়াতো ভাল হব জানো, চেৰগেই পাভলভিচ?'

ভলিন্টচেভে হাতখন বুকুত সাবটি ধৰিলে যেনিবা তেওঁৰ হৃদয়-গধুৰ আবেগবোৰ উপশম কৰাৰ কাৰণেহে।

কদিনে কৈ গ'ল — 'চেৰগেই পাভলভিচ! মই যে আপোনাৰ অন্তৰত আঘাট দিছো সেয়া মই উপলব্ধি কৰিছো। কিন্তু আমাক বুজিবলৈ চেষ্টা কৰক। আপোনাৰ প্ৰতি থকা আমাৰ শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ আৰু আপোনাৰ সৎ আৰু সম্ভ্ৰান্ত প্ৰকৃতিৰ প্ৰতি অকৃত্ৰিম সমাদৰ জনাবলৈ আমাৰ আৰু অন্য উপায় নাই। আন কোনো ব্যক্তিৰ সৈতে এনেকুৱা খোলা-খুলি কথা হয়তো সম্ভৱ নহলহেঁতেন; কিন্তু আপোনাৰ ক্ষেত্ৰত ই আমাৰ এটা পবিত্ৰ কৰ্ত্তব্যত পৰিণত হৈছে। আমাৰ সকলো গোপনীয়তা ইতিমধ্যে আপুনি জনাত আমি সুখী হৈছোঁ।'

'আপোনাৰ বিশ্বাসৰ কাৰণে আপোনাক ধন্যবাদ।' ভলিন্টচেভে জোৰ কৰি এটা হাঁহি মাৰিলে। আবেগত অভিভূত হৈ তেওঁ প্ৰায় চিঞৰি কলে, 'মই আপোনাক জনাওঁ যে আপোনাৰ গোপনীয়তাৰ অংশীদাৰ হব মই নিবিচাৰো; আৰু মোৰ খিনিও আপোনাক নকওঁ। সি যি কি নহওঁক, আপুনি হলে মোৰ সকলোবোৰ আপোনাৰ নিজা সম্পদবাজিৰ দৰে ব্যৱহাৰ কৰিছে। মোৰ অনুমান হয় — আপুনি অকল আপোনাৰ হকেই কথাবোৰ নকয়! মেডাময়চেল লাচুনকায়াই আপোনাৰ এই সাক্ষাৎ আৰু তাৰ উদ্দেশ্য জানেনে নাই মই জানিব

পাৰোনে ?'

ৰুদিন কিছুপৰিমানে অবাক হৈ গ'ল। 'নাই, মই নাটালিয়াক মোৰ অভিপ্ৰায়ৰ কথা কোৱা নাই; কিন্তু মোৰ বিশ্বাস যে তেওঁে মোৰ উদ্দেশ্যৰ সমভাগী।'

হাতৰ আঙুলিৰে খিৰিকীৰ আয়নাত বজাই বজাই ক্ষন্তেক বিৰতিৰ পাছতেই ভলিণ্টচেভে পুনৰ কবলৈ আৰম্ভ কৰিলে। 'সেই সকলো ঠিকেই আছে। সঁচা কবলৈ হলে, যদি আপুনি মোক আৰু কিছু কম শ্ৰদ্ধা কৰিলেহেঁতেন সেয়া আৰু বেছি ভাল হ'লহেঁতেন। আপোনাক জনাই দিওঁ যে আপোনাৰ শ্ৰদ্ধা জহান্নামে যাওঁক, মই খাতিৰ নকৰোঁ। কিন্তু আপুনি এতিয়া মোৰ পৰা কি বিচাৰে?'

'মোক একো নালাগে। - - - অথবা এটা বস্তুহে কেৱল বিচাঁৰো: মই আপোনাক জনাব বিচাৰোঁ যে মই এজন মতলববাজ বা ধূৰ্ত্ত মানুহ নহয়। আপুনি মোক বুজাটোকে মই বিচাৰোঁ - - - আগৰদৰে সৌহাৰ্দ্যপূৰ্ণভাৱে হাত মিলোৱাটো বিচাৰোঁ।' ৰুদিন ভলিণ্টচেভৰ ওচৰলৈ আগবাঢ়ি গ'ল।

পিছলৈ খোজ পেলাই ৰুদিনৰ মুখামুখী হৈ ভলিণ্টচেভে কলে— 'মই আপোনাৰ ওচৰত ক্ষমা বিচাৰোঁ, মহাশয়। আপোনাৰ উদ্দেশ্যৰ সম্পূৰ্ণ উচিত বিচাৰ কৰিবলৈ মই প্ৰস্তুত। আপোনাৰ উদ্দেশ্য বৰ নিৰ্ম্মল, আনকি অতি মহৎ। কিন্তু মোৰ নিচিনা সৰল সহজ মানুহবোৰে সহজ কথাকে ভালপায়। আপোনালোকৰ দৰে কল্পনাৰ দৌল সজাব নোৱাৰে আৰু মনৰ তীব্ৰ গতিও নাই। আপোনালোকৰ মনত যি খাটি বা অকৃত্ৰিম আমাৰ মনত সি হয় কাল্পনিক আৰু সংগতিবিহীন। আপোনালোকৰ বাবে যি স্পষ্ট আৰু সহজবোধ্য আমাৰ বাবে সি হৈ পৰে অস্পষ্ট আৰু দুৰ্ব্বোধ্য। যিবোৰক লৈ আপোনালোকে গৌৰৱবোধ কৰে সেইবোৰ আমি সংগোপন কৰোঁ — আমি আপোলোকক কেনেকৈ বুজোঁ! ক্ষমা কৰিব, মই আপোনাক বন্ধু হিচাবে লব নোৱাৰোঁ আৰু আপোনাৰ লগত মই হাতো নিমিলাওঁ। ই এটা নিকৃষ্ট কাম হব পাৰে; কিন্তু এইটো কৰিলেহে মই নিজে নিকৃষ্ট

হৈ পৰিম।'

কুদিনে খিৰিকীৰ বাবৰ পৰা টুপীটো আনিলে। দুখেৰে তেওঁ কলে, 'বিদায় চেৰগেই পাভলভিচ! আশা কৰাটোৱে মোৰ ভুল হৈছিল। মই মানি লওঁ যে মোৰ সাক্ষাৎ অনাহুত, কিন্তু মোৰ আশা যে আপুনি - - - -' (ভলিণ্টচেভে অস্থিৰভাবে ইফালে সিফালে কেইটামান খোজ দিলে।) 'ক্ষমা কৰিব, এই বিষয়ে আৰু মই কেতিয়াও নকওঁ। সকলো দিশ বিবেচনা কৰি মই বুজিছোঁ যে আপুনি ঠিকেই; আৰু অৱশ্যে আন ধৰণৰ আচৰণ কৰাৰ আপোনাৰ উপায়ো নাই। বিদায়, অন্ততঃ শেষবাৰৰ কাৰণে মোৰ উদ্দেশ্য আৰু সততা সম্পৰ্কে এবাৰ আপোনাক নিশ্চিত কৰিবলৈ দিয়ক - - - - আপোনাৰ বিবেক বিবেচনাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে —।'

খঙতে কঁপি কঁপি ভলিণ্টচেভে চিঞৰি কলে — 'সহিষ্ণুতাৰো এটা সীমা আছে। জোৰকৈ আপোনাৰ বিশ্বাসভাজন হবলৈ মই একো কৰা নাই আৰু মোৰ বিবেক বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰিবলৈও আপোনাৰ কোনো অধিকাৰ নাই।'

কুদিনে কিবা কওঁ কওঁ বুলি ভাবিলে; কিন্তু কোৱা নহল। তেওঁ সকলো এৰি দিয়াৰ (তাতেৰে) এটা ইঙ্গিত দিলে, মূৰটো অলপ নমালে আৰু ওলাই গুচি গ'ল। বেৰলৈ মুখ ঘূৰাই ভলিণ্টচেভো চোফাখনত বহিল।

'মই ভিতৰলৈ যাব পাৰোনে?' দুৱাৰমুখত ভনীয়েকে কোৱা তেওঁ শুনিলে। ভলিণ্টচেভে তৎকালেই উত্তৰ নিদি নীৰৱে মুখৰ ওপৰত হাত বুলাবলৈ ধৰিলে। ক্ষন্তেক পাছতে এটা আচহুৱা মাতেৰে তেওঁ কলে, 'নহয় আলেকজেন্দ্ৰা! ক্ষন্তেকৰ বাবে মোক অকলে থাকিবলৈ দিয়া!'

আধা ঘণ্টা পাছত লিপিনা আকৌ দুৱাৰদলিত উপস্থিত হ'ল। তেওঁ কলে — 'লেজনেভ আহিছে, তুমি তেখেতক দেখা কৰিবানে?'

'ভাল, তেওঁক ভিতৰলৈ আহিবলৈ দিয়া।' তেওঁ উত্তৰ দিলে।

লেজনেভ ভিতৰলৈ সোমাই আহিল আৰু চোফা এখনৰ ওচৰতে

থকা আৰ্মচকীখনত বহি সুধিলে – 'কি, আপুনি অসুস্থ নেকি ?'

ভলিণ্টচেভে বাহুৰ ওপৰত ভৰদি বহি বহু সময় বন্ধুজনাৰ মুখলৈ ৰ'লাগি চাই থাকিল। তাৰপাছত কদিনৰ লগত হোৱা তেওঁৰ সমস্ত কথোপকথন আখৰে আখৰে তেওঁৰ আগত কবলৈ ধৰিলে। ইয়াৰ আগতে কেতিয়াও তেওঁ নাটালিয়াৰ প্ৰতি থকা তেওঁৰ আসক্তিৰ কথা লেজনেভক কোৱা নাই, যদিও লেজনেভৰ ওচৰত এইবোৰ গোপন হৈ নথকা বুলিয়ে তেওঁ অনুমান কৰে।

ভলিণ্টচেভে কাহিনী শেষ কৰাৰ পাছত লেজনেভে কলে – 'হে অভিজ্ঞ ল'ৰা! এয়া সঁচাকৈয়ে আচৰিত। মই তেওঁৰ পৰা বহুতো আচৰিত কথাই আশা কৰিছিলোঁ, কিন্তু এইখিনিহে ---- আনকি ইয়াতো তেওঁ তেওঁৰ আচল মানুহটোৱে হৈ থাকিল।'

উত্তেজিত ভলিণ্টচেভে চিঞঁৰি কলে — 'বাস্তৱিকতে ই কেৱল অভদ্ৰামিহে। কিয় মই তেওঁক খিৰিকীৰে দলিয়াই নিদিলোঁ। তেওঁ মোৰ ওচৰত গৰ্ব্ব কৰিবলৈ আহিছিল নে তেওঁৰ কাপুৰুষালিৰ কাৰণে এইটো কৰিছিল? তেওঁক কিহে টানি আনিছিল? অহাৰ সাহসে বা ক'ত পাইছিল — এনে এজন মানুহৰ ওচৰলৈ — ' পাছমূৰত হাত বুলাই বুলাই ভলিণ্টচেভ নাৰৱ হৈ গ'ল।

শান্তভাবে লেজনেভে কলে — 'নহয় অভিজ্ঞ ল'ৰা, এয়া তেনে নহয়। আপুনি মোক বিশ্বাস নকৰিব পাৰে, কিন্তু কদিনে সৎ উদ্দ্যেশ্যেৰে এইটো কৰিছিল। সঁচাকৈয়ে ---- বুজিছে, এয়া আছিল কথা-বতৰা হোৱাৰ আৰু তেওঁৰ বাগ্মীতাক কামত লগোৱাৰ মহৎ, সৰল আৰু এটা সুন্দৰ সুযোগ, যাৰ অবিহনে তেওঁ জীয়াই থাকিব নোৱাৰে। হয়, তেওঁৰ কথাই তেওঁৰ শত্ৰু ---- কিন্তু ই তেওঁৰ ভৃত্যও

'কি আচৰিত, কি গুৰু-গম্ভীৰ ভাবে আছি যে তেওঁ মোৰ লগত কথা নাপাতিলে!'

'মই যদি তেওঁক এটা মৰুময় দ্বীপত আৱদ্ধ কৰি ৰাখিলোহেঁতেন আৰু এটা নিকটবৰ্ত্তী কোণৰ পৰা লক্ষ্য কৰি থাকিলোহেঁতেন

ভাঙনো তেওঁ কামবোৰ কেনেকৈ সম্পন্ন কৰে, তেতিয়াও নিশ্চয় তেওঁ কোটচোলাৰ বুটাম মাৰি প্ৰস্তুত হ'লহেঁতেন। যেনিবা কোনো এটা পবিত্ৰ কৰ্ত্তব্য সম্পন্ন কৰিবলৈহে তেওঁ ওলাইছে; আৰু তথাপি তেওঁৰ অমায়িকতাৰ কোনো ব্যতিক্ৰম নহলহেঁতেন।'

ভলিণ্টচেভে কসে 'ঈশ্বৰৰ দোহাই, মোক কওঁক এইবোৰে কি বুজায় ... .. এয়া জানো দৰ্শন?'

'ভাল, এহাতে ইয়াক মই প্ৰকৃত দৰ্শন বুলি বিশ্বাস কৰোঁ, আনহাতে ই এটা সম্পূৰ্ণ বেলেগ বস্তু। আপুনি দৰ্শনৰ সহায়ত সকলো ধৰণৰ নিৰৰ্থক কথাবোৰ সহজে ব্যাখ্যা কৰিব নোৱাৰে।'

ভলিণ্টচেভে তেওঁলৈ চালে। 'আপুনি জানো নাভাবে যে এই সকলোবোৰে মিছা!'

'নহয় প্ৰিয়জন! আমি এই বিষয়ে যথেষ্ট আলোচনা কৰিলোঁ। এতিয়া আমি পাইপত জুই দিওঁহঁক আৰু আপোনাৰ ভনীয়েককো ইয়ালৈ মাতক। তেওঁৰ সৈতে কথা-বতৰা হোৱাটো ভাল আৰু নীৰৱে থকাতো সহজ। তেওঁ আমাক চাহেৰে আপ্যায়িত কৰিব।'

ভলিণ্টচেভে কলে – 'অৱশ্যে হয়।' তেওঁ আলেকজেণ্ড্ৰাক ভিতৰলৈ মাতিলে।

মেডাম লিপিনা ভিতৰলৈ সোমাই আহিল। তেওঁ লিপিনাৰ হাতখন সাবটি ধৰিলে আৰু জোৰকৈ তেওঁৰ ওঁঠত হেঁচি ধৰিলে।

× × ×

এটা অসুস্থ আৰু অস্থিৰ মানসিক অৱস্থাৰে কদিন ঘৰলৈ আহিল। নিজৰ ওপৰতে তেওঁৰ বিৰক্তি জন্মিল, অক্ষমনীয় আৰু লৰালি উগ্ৰতাৰ বাবে তেওঁ নিজকে ধিক্কাৰ দিলে। কোনোবা এজনে উপযুক্তভাবে মন্তব্য কৰাৰ নিচিনা সজ্ঞকৃত ভুল এটাৰ অৱগতিতকৈ বেছি যন্ত্ৰণাদায়ক আৰু একো নাই।

**কদিনৰ অনুশোচনা আহিল। সজোৰে দাঁত কামুৰি ধৰি তেওঁ কোঁচকোচাই কলে — 'মৰ্য্যাদা হানি কৰিবলৈ আৰু সকলো প্ৰকাৰ** মানসিক দুৰ্ব্বলতাৰ পৰিচয় দিবলৈ কি চয়তানে মোক সেইজন

জমিদাৰৰ ওচৰলৈ লৈ গৈছিল!'

ইতিমধ্যে মেডাম লাচুনস্কায়াৰ ঘৰত চাৰিওফালে এক অস্বাভাৱিক অৱস্থা। ঘৰৰ গৃহিনীক পুৱাবেলা সমূলি বাহিৰত দেখা নগল, দুপৰীয়াৰ আহাৰৰ সময়তো তেওঁ অনুপস্থিত। তেওঁৰ কোঠাত প্ৰবেশাধিকাৰ পোৱা একমাত্ৰ ব্যক্তি পেঙেলেভস্কিৰ মতে মূৰ কামোৰণিৰ কাৰণে তেওঁ হেনো খোৱা-লোৱা নকৰিলে। ৰুদিনে নাটালিয়াৰ অৱস্থাও সিমান ভাল নেদেখিলে। তেওঁ মেডামৈচেল বনকাৰ্টৰ সৈতে কোঠাৰ ভিতৰতে সোমাই আছে। খোৱা ঘৰত লগ পাওঁতে তেওঁ ৰুদিনলৈ ইমান বিষণ্ণভাৱে চালে যে ৰুদিনৰ অন্তৰ ভাঙি পৰিল। নাটালিয়াৰ সমস্ত মুখমণ্ডলতে যেন কিবা এক পৰিবৰ্ত্তন, যেন আগদিনাৰ পৰা কোনো দুৰ্যোগে আগুৰি ধৰি তেওঁক ব্যতিব্যস্ত কৰি তুলিছে। এক অনিশ্চিত বিপদৰ ভয়ত ৰুদিন বিহ্বল হৈ পৰিল। ব্যাকুল হৈ তেওঁ বাচিস্তভৰ সঙ্গ বিচাৰিলে। তেওঁৰ লগত দীঘলীয়া কথা-বতৰা হ'ল আৰু জানিব পাৰিলে যে বাচিস্তভ এজন উচ্চ আকাঙ্খা আৰু বিমল প্ৰতিশ্ৰুতিৰে পুষ্ট প্ৰচণ্ড উৎসাহী আৰু ৰসিক ল'ৰা। সন্ধিয়া পৰত মাথোঁ এক-দুই ঘণ্টামানৰ বাবে মেডাম লাচুনস্কায়াক ড্ৰইংৰুমত দেখা গ'ল। তেওঁ ৰুদিনৰ প্ৰতি সদয় কিন্তু কিছুপৰিমাণে অন্যমনস্কা। তেওঁ কেতিয়াবা হাঁহিলে, কেতিয়াবা খং কৰিলে আৰু প্ৰায়ে অস্থিৰ ভাব-ভঙ্গীৰে ঘেঁহাই ঘেঁহাই ৰুদিনৰ লগত কথা হ'ল। তেওঁ সৰ্বত্ৰয় এগৰাকী মনোৰঞ্জনকাৰিণী মহিলা। কিন্তু ৰুদিনৰ প্ৰতি তেওঁক কিছুপৰিমাণে উদাসীন যেন লাগিল। কেৰাহিকৈ লাচুনস্কায়াৰ চেপেটা মূৰটোলৈ চাই ৰুদিনে ভাবিলে — 'এই কটু প্ৰশ্নৰ উত্তৰ কি?'

এই কটু প্ৰশ্নৰ উত্তৰৰ বাবে তেওঁ বেছি সময় অপেক্ষা কৰিবলগীয়া নহ'ল। তেতিয়া প্ৰায় মাজনিশা, অন্ধকাৰাছন্ন বাৰান্দাৰে ৰুদিন তেওঁৰ কোঠালীলৈ গৈ আছে। এনেতে কোনোবা এজনে তেওঁৰ হাতত চিঠি এখন গুজি দিলে। ঘূৰি চাই দেখিলে যে এজনী ছোৱালী দৌৰি আঁতৰি যাব ধৰিছে। এইজনী তেওঁৰ

পৰিচিতা নাটালিয়াৰ লিগিৰীজনী। নিজৰ কোঠাত সোমাই লগুৱাজনক ওলাই যাবলৈ দি তেওঁ চিঠিখন খুলি ললে আৰু তলত দিয়া নাটালিয়াৰ হাতৰ আখৰবোৰ পঢ়িবলৈ ললে।

'কাইলৈ ৰাতিপুৱা ঠিক সাৰে ছয় বজাত বটগছ জোপাৰ পাছ-ফালৰ 'অন্দ্ৰ্যুখীন' পুখুৰীটোৰ পাৰলৈ আহিব; মনত ৰাখিব সাৰে ছয় বজাৰ পাছত নহয়। আন যিকোনো সময় প্ৰশ্নাতীত। ইয়ে হ'ব আমাৰ শেষ দেখা আৰু ইয়ে হ'ব পৰিসমাপ্তি - - - - আহিব। আমি নিশ্চয় এটা সিদ্ধান্তত উপনীত হ'ব লাগিব - - - - (বিঃ দ্ৰঃ) যদিহে মই নাযাওঁ আমি আৰু কেতিয়াও দেখা দেখি নহ'ম ; সেই ক্ষেত্ৰত মই আপোনালৈ খবৰ দিম - - - '

ৰুদিন চিন্তিত হৈ পৰিল, চিঠিখন এখনৰ পৰা আনখন হাতত ললে, তাৰপাছত গাৰুৰ তলত সোমাই থলে আৰু সাজপাৰ সলাই শুই পৰিল। কিন্তু বহু সময়লৈ তেওঁৰ টোপনি নাহিল। পিছত পলমকৈ এটা লঘু টোপনি মাৰিলে আৰু যেতিয়া সাৰপাই উঠিল তেতিয়াও পাঁচ বজাই নাই।

— ৫ —

# নৱম অধ্যায়ঃ

বহুদিন আগৰ পৰা 'অব্দ্যুখীন' নামতহে এটা পুখুৰী হৈ আছে, যিটোৰ পাবত নাটালিয়াই কদিনক দেখা কৰাৰ কথা কৈছে। ত্ৰিশ বছৰৰো অধিক কাল আগতে ইয়াৰ পানীৰ উহটো ফাটি গৈ তেতিয়াৰ পৰা ই অৱহেলিত হৈ আছে। তেলেতীয়া পলসেৰে আবৃত আৰু নিজৰাৰ অৱশিষ্টবোৰেৰে পূৰ্ণ শূন্যগৰ্ভৰ তলিভাগৰ বহল সমতলখিনি দেখিহে তাত এসময়ত এটা পুখুৰী থকা বুলি অনুমান কৰিব পৰা যায়। এই পুখুৰীৰ পাৰতে এসময়ত এজন জমিদাৰৰ ঘৰ আছিল। ইও এতিয়া অদৃশ্য হৈ গৈছে। দুজোপা প্ৰকাণ্ড সৰল গছে ঘৰটো থিয় হৈ থকা সঠিক ঠাইখিনিৰ আজিও নিদৰ্শন দিয়ে। গছ দুজোপাৰ চিৰ সেউজীয়া কৃশ ডালবোৰৰ ওপৰেৰে চিৰন্তন সোঁ সোঁ শব্দ কৰি আৰু বিষাদভৰা যেন এটি শব্দেৰে খতাহভাক বলি আছে। গছজোপাৰ গুৰিত এক ভয়ানক অপৰাধ সংঘটিত হোৱা বুলি গাওঁবাসী ৰাইজৰ মাজত এটা ৰহস্যজনক প্ৰবাদ আছে। ইয়াকো কোৱা হয় যে কোনো এজনৰ মৃত্যু নঘটোৱাকৈ এজোপা সৰল গছো উভাৰি নপৰে। তাত থকা তৃতীয় সৰল গছ এজোপা ধুমুহাত ভাঙি পৰিছিল আৰু এজনী সৰু ছোৱালীৰ মৃত্যু ঘটাইছিল। পুখুৰীটোৰ আশে পাশে সকলো-খিনি ঠাই ভূত-প্ৰেতৰ আৱাসস্থান বুলি এটা জনবিশ্বাস আছে। এই ডোখৰ নগ্ন, নিৰ্জন ঠাই, আনকি দিনৰ সূৰ্য্যৰ পোহৰতো ঠাই ডোখৰ শীতল আৰু অন্ধকাৰাচ্ছন্ন। ইয়াৰ ওচৰতে থকা পুৰণি বট-গছজোপা মৰি যোৱাত ঠাইডোখৰ আৰু বেছি নিৰ্জন গহীন হৈ উঠিছে। প্ৰকাণ্ড বটগছজোপাৰ সিঁচৰিত হৈ পৰি থকা ডকাবোৰ ইয়াৰ উৎপত্তি স্থলীৰ ওপৰত দৈত্য আৰু ভূত-প্ৰেতৰ দৰে ভয়ানক

ৰূপত দম হৈ পৰি আছে। এটা কুৎচিত ষড়যন্ত্ৰত লিপ্ত এদল বুঢ়া মানুহৰ দৰে এই দমবোৰেও কিবা যেন এক অশুভ লক্ষণহে ইঙ্গিত দিয়ে। এই দমবোৰৰ কাষেৰে এটা ঠেক আধা-বন্ধা বাট। কেৱল জৰুৰী আৱশ্যকতাতহে কোনো মানুহে 'অন্দ্ৰুখীন' পুখুৰীটোৰ কাষেৰে যায়। নাটালিয়াই ইচ্ছা কৰিয়ে এই আচহুৱা ঠাই ডোখৰ বাচি ললে। মেডাম লাচুনস্কায়াৰ ঘৰৰ পৰা ইয়াৰ দূৰত্ব আধামাইলতকৈ বেছি নহয়।

ৰুদিনে 'অন্দ্ৰুখীন' পুখুৰী পোৱাৰ সময়ত আকাশত বেলি উদয় হৈছে। কিন্তু এয়া এক আনন্দবিমুখ প্ৰভাত। আকাশখন ডাঠ শুকুলা মেঘে আবৰি আছে; হো-হো আৰ্ত্তনাদ কৰি এজাক বতাহে খৰতকীয়া গতিৰে মেঘবোৰ টানি লৈ গৈছে। ওপৰত থোপা-থুপি 'বাৰডক' আৰু কলীয়া 'নেট্‌ল' ফুলি থকা পানীৰ উহ্‌টোৰ চাৰিওফালে ৰুদিন ঘূৰি ফুৰি আছে। তেওঁ বৰ অস্বস্তি অনুভৱ কৰিছে। এনেবোৰ সাক্ষাৎ, এনেবোৰ সজীৱ আবেগ বাৰুকৈয়ে তেওঁৰ বাবে প্ৰেৰণাদায়ক; কিন্তু একে সময়তে সেইবোৰে ক্ৰমে ক্ৰমে তেওঁৰ মানসিক শক্তি দুৰ্ব্বল কৰি পেলাইছে, বিশেষকৈ আগদিনা ৰাতি চিঠিখন পোৱাৰ পাছৰ পৰা। তেওঁ অনুভৱ কৰিলে যে যৱনিকা ক্ৰমে ক্ৰমে ওচৰ চাপি আহিছে। ভিতৰে ভিতৰে তেওঁৰ উৎসাহ ভাঙি পৰিছে। কিন্তু তেওঁৰ চাল-চলন বা ভাব-ভঙ্গীত সেয়া বাহ্যিকভাবে প্ৰকট হৈ উঠা নাই। পিগাচভে এসময়ত উপযুক্তভাবে মন্তব্য কৰাৰ নিচিনা ৰুদিন এটি চীন দেশীয় পুতলাৰ দৰে, যাৰ মূৰৰ ওজন শৰীৰৰ ওজনতকৈ সদায় বেছি। অকল মূৰটোৰে, লাগিলে সি যিমানে শক্তিশালী নহওঁক, অন্তৰ্দ্দণ্ডবোৰ সঠিকভাবে নিৰূপন কৰাটো সহজ নহয়। বিচক্ষণ আৰু তীক্ষ্ণ বুদ্ধিসম্পন্ন ৰুদিনে সম্পূৰ্ণ নিশ্চিতভাবে কব পৰা নাই যে তেওঁ নাটালিয়াক ভাল পায়, যে তেওঁৰ জ্বালা-যন্ত্ৰণাবোৰ স্বাভাৱিক আৰু যে নাটালিয়াৰ বিচ্ছেদে তেওঁলৈ কঢ়িয়াই আনিব এক অসহনীয় কষ্টৰ বোজা! কিয় তেনেহলে একো নভবা নিচিন্তাকৈ প্ৰেমিক সাজি (অন্তত: তেওঁৰ প্ৰতি উচিত বিচাৰ কৰিবই লাগিব) তেওঁ এই

ছুৰ্ভগীয়া ছোৱালীজনীৰ মুখটো নষ্ট কৰিলে ? তেনেহলে কিয় তেওঁ এক গোপন শংকাত সেই ছোৱালীজনীলৈ অপেক্ষা কৰি আছে ? ইয়াৰ উত্তৰ কেৱল এটাই : আবেগবৰ্জিত ব্যক্তিৰ বাহিৰে কোনেও ইমান সহজে হতবুদ্ধি হৈ নপৰে।

ৰূদিনে বান্ধটোৰ চাৰিওফালে ঘূৰি ফুৰি থকা অৱস্থাতে পথাৰৰ সিক্ত ঘাঁহনিৰ ওপৰেৰে তেওঁৰ ওচৰলৈ নাটালিয়া তীব্ৰবেগে আগবাঢ়ি আহিছে !

কথমপি সমানে খোজ পেলাই লিগিৰীজনী 'মাছা'ই বাৰে বাৰে কলে, 'মেডামেচেল, মেডামেচেল ! আপোনাৰ ভৰি ছুখন তিতি যাব।' নাটালিয়াই তাইৰ কথাত কোনো গুৰুত্ব নিদি চিধা-চিধি দৌৰিছে।

মাছাই কৈ গ'ল। 'যদি তেওঁলোকে আমাক দেখা পায় ! আমি ঘৰটোৰ পৰা যে ওলাই আহিব পাৰিছো, সেয়ে আচৰিত । যদি মেডামেচেল বনকাৰ্টে সাৰ পায় ! ধন্য ঈশ্বৰ, ঠাইখন যে দূৰ নহয় - - -' মূৰ্ত্তি সদৃশ হৈ বান্ধটোৰ ওপৰত থিয় হৈ থকা ৰুদিনৰ দৃশ্যটো চকুত পৰাত তাই কৈ উঠিল, 'কিয় বাৰু সেই ভদ্ৰলোকজনে এনেকৈ মুকলি ঠাইত থিয় হৈ আছে ; তেওঁ মৰা পুখুৰীটোৰ বুকুত নামি থকাতোহে ভাল হ'লহেঁতেন।'

নাটালিয়া ৰৈ গ'ল। তেওঁ কলে, 'সৰল গছজোপাৰ ওচৰতে ৰৈ থাক মাছা !' তাৰপাছত তেওঁ পুখুৰীৰ বুকুলৈ গতি কৰিলে।

ৰুদিন তেওঁৰ ওচৰলৈ আহিল আৰু আচৰিত ভাবে স্তব্ধ হৈ গ'ল। তেওঁ আগতে কেতিয়াও নাটালিয়াৰ মুখৰ এনেকুৱা চেহেৰা দেখা নাই । তেওঁৰ চকুৰ ভ্ৰূবোৰ গথা, ওঁঠ ছুটা জাপখোৱা, চকুযুৰি অকপট আৰু দৃঢ় দেখা গ'ল।

তেওঁ কলে, 'ডিমিত্ৰি নিকোলায়েভিচ ! আমি আৰু সময় নষ্ট কৰিব নোৱাৰোঁ। মই মাথোঁ পাঁচমিনিটৰ বাবেহে আহিছোঁ। মই আপোনাক কবই লাগিব যে মা'ই সকলো কথা জানে। মঁচিঞে পেগেলেভস্কিয়ে পৰহি আমাৰ গোপন সন্ধান লৈছিল আৰু মাক

আমাৰ সাক্ষাতৰো কথা কৈছিল। তেওঁ সদায় মাক গুপ্ত খবৰ যোগায়। কালি তেওঁ মোক তেওঁৰ কোঠালীলৈ মাতি নিছিল—'

মনৰ আবেগত কদিনে চিঞৰি দিলে। 'হে ঈশ্বৰ, ই যে কি ভয়ানক! তোমাৰ মা'ৰাই কি কলে?'

'তেওঁ মোক খং কৰা বা গালিপাৰা নাছিল। কেৱল, তেওঁৰ মতে, মোৰ নিৰ্বোধ আচৰণৰ বাবে ধমক্‌হে দিছিল।'

'মাথোঁ সেয়েনে?'

'হয়, আৰু বহুতো কথা তেওঁ কলে। যেনে মই আপোনাক বিয়া কৰোৱাৰ আগতে মোৰ মৃত্যু হোৱাটোৱে তেওঁ কামনা কৰে।'

'তাকেহে কলেনে?'

'হয়, আৰু কলে যে মোক বিয়া কৰোৱাৰ কোনো ধৰণৰ উদ্দেশ্য আপোনাৰ নাই। আপুনি মোৰ লগত কেৱল ধেমালিহে কৰিছে, কিয়নো আপুনি ক্লান্ত, ক্লিষ্ট; আৰু তেওঁ হেনো আপোনাৰ পৰা এনে আশা কৰা নাছিল। মোক আপোনাৰ লগত সঘনে দেখা কৰিব দিয়া বাবে তেওঁ নিজকে জগৰীয়া কৰিলে। মোৰ সততাৰ ওপৰত বিশ্বাস আছিল যদিও মই হেনো তেওঁক অতি আচৰিত কৰি তুলিছোঁ। আৰু বহুতো কথা যিবোৰ মনত নাই।' নাটালিয়াই ধ্বনিহীন কণ্ঠস্বৰে বেচ কৌতুহলপূৰ্ণ ভাবে এই সকলোবোৰ কৈ গ'ল।

'আৰু তুমি, নাটালিয়া— তুমি মা'ৰাক কি কলা?'

নাটালিয়াই পুনৰ কলে, 'মই কি কলো? এতিয়া আপুনি কি কৰিব বুলি ভাবিছে?'

মনৰ আবেগত কদিনে কলে,— 'হে ঈশ্বৰ! কিমান নিষ্ঠুৰ! ইমান সোনকালে! এনেকুৱা এটা আকস্মিক আঘাত---! তোমাৰ মা'ৰৰ খঙাল, নহয় জানো.'

'হয়---হয়, তেওঁ আপোনাৰ নামকে শুনিব নোখাজে।'

'সেয়া ভয়ানক! তেনেহলে আশা আৰু নাই!'

'কোনো আশা নাই।'

'আমি ইমান দুৰ্ভগীয়া! সেই পেঙেলেভস্কিজন কি যে অসহনীয়, এজন নীচ ব্যক্তি। নাটালিয়া! মই কি কৰিবলৈ ভাবিছোঁ। তুমি

মোক সুধিছা! মোৰ মূৰটো ঘূৰাইছে — মই ভাবিব নোৱাৰো ---মই কেৱল অনুভৱ কৰিছোঁ - মই যে কিমান অসুখী — মোৰ কাৰণে ই অতি আচৰিত। তুমি যে এইটো কেনেকৈ ইমান সহজভাবে লব পাৰিছা!'

নাটালিয়াই কলে, 'আপুনি ভাবে নেকি যে মই এইটো সহজে লব পাৰিছোঁ?'

ৰুদিনে বান্ধটোৰ ওপৰতে তহল দিবলৈ ধৰিলে। নাটালিয়াই তেতিয়াও চকুযুৰি ৰুদিনৰ পৰা আঁতৰাই অনা নাই।

শেষত তেওঁ জানিব বিচাৰিলে, 'তোমাৰ মা'ৰাই আন কোনো প্ৰশ্ন কৰা নাছিলনে?'

'মই আপোনাক ভাল পাওঁনে তেওঁ সুধিছিল।'

'বাৰু ---- আৰু তুমি?'

নাটালিয়া থমকি ৰ'ল। 'মই মিছা কোৱা নাছিলোঁ।'

ৰুদিনে তেওঁৰ হাতখনত থাপ মাৰি ধৰিলে। 'সকলো মহৎ আৰু মৰমীয়াল বস্তুৰ ভিতৰত এজনী ছোৱালীৰ অন্তৰ সদায় বিশুদ্ধ সোণৰ দৰে। প্ৰকৃততে তোমাৰ মা'ৰাই আমাৰ বিৰুদ্ধে ইমান বেয়াকৈ কৈছেনে?'

'হয়, মই কৈছোৱে নহয়, মোক বিয়া কৰোৱাৰ উদ্দেশ্য আপোনাৰ নাই বুলিয়ে তেওঁৰ বিশ্বাস।'

'তেনেহলে তেওঁ মোক এজন প্ৰবঞ্চক বুলিয়ে ধৰি লৈছে। এনেকুৱা অপবাদ মূৰ পাতি লবলৈ মইনো বাৰু কি কৰিছোঁ?' ৰুদিনে হাত দুখনেৰে নিজৰ মূৰটো জোৰকৈ চেপি ধৰিলে।

'ডিমিত্ৰি নিকোলায়েভিচ!' নাটালিয়াই তেওঁক তাগিদা দি কলে, 'আমি অবাবত সময় কটাইছোঁ। মনত ৰাখিব, মই আৰু কেতিয়াও আপোনাক পুনৰ দেখা নকৰিম। মই ইয়ালৈ চকুপানী টুকিবলৈ বা অভিযোগ দিবলৈ অহা নাছিলোঁ। চাওঁক মই কন্দা-কটা কৰা নাই। মই উপদেশ বিচাৰিহে আহিছিলোঁ।'

'কিন্তু মই কি উপদেশ তোমাক দিব পৰাতো সম্ভৱ, নাটালিয়া?'

'কি উপদেশ? আপুনি এজন পুৰুষ; আপোনাৰ ওপৰত বিশ্বাস ৰাখিয়ে মই আছিছোঁ। মই শেষলৈকে আপোনাৰ ওপৰত বিশ্বাস ৰাখিম। কওঁক আপোনাৰ উদ্দেশ্য কি?'

'মোৰ উদ্দেশ্য! খুব সম্ভৱ তোমাৰ মা'ৰাই মোক ঘৰলৈ যোৱাটোৱে বন্ধ কৰিব।'

'সেয়া হব পাৰে। কালি তেওঁ মোক কৈছিল যে আপোনাৰ লগত সম্পৰ্ক ছেদ কৰিবলৈ তেওঁ বাধ্য হব - - · কিন্তু আপুনি মোৰ প্ৰশ্নৰ উত্তৰ দিয়া নাই।'

'কি প্ৰশ্ন?'

'আমি এতিয়া কি কৰিব লাগে বুলি আপুনি ভাবে?'

ৰুদিনে পুনৰুক্তি কৰিলে, 'আমি কি কৰা উচিত? অৱশ্যে আমি সকলো আশা ত্যাগ কৰিব লাগিব।'

'আমি নিজে নিজে সকলো আশা ত্যাগ কৰিব লাগিব।' নাটালিয়াই ধীৰে ধীৰে শব্দবোৰ পুনৰ উচ্চাৰণ কৰিলে আৰু তেওঁৰ ওঁঠ দুটা শেঁতা পৰি গ'ল। একে সুৰতে ৰুদিনে কৈ গ'ল। 'আমি ভাগ্যৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। আন কি বাৰু আমি কৰিব পাৰোঁ? মই ভালকৈ জানোঁ সেয়া কিমান তিক্ত, কিমান যন্ত্ৰণাদায়ক, কিমান অসহনীয়! কিন্তু নাটালিয়া! তুমি চোৱা, মই এজন দুখীয়া মানুহ ...... মই কাম কৰিব পাৰোঁ, ই সঁচা; কিন্তু আনকি যদি মই ধনীও হ'লোহেঁতেন, তোমাৰ মা'ৰাৰ ক্ৰোধ আৰু পৰিয়াল বিচ্ছেদৰ প্ৰচণ্ড আঘাতৰ তুমি জানো সন্মুখীন হব পাৰিলাহেঁতেন? নহয় নাটালিয়া! এইটো ভাবিবও নোৱাৰি। দেখা যায় যুগ্ম-জীৱন আমাৰ ভাগ্যত নাই, আৰু যি সুখৰ কথা মই কল্পনা কৰিছিলোঁ সেই সুখো মোৰ কাৰণে নহয়!'

তৎক্ষণাত নাটালিয়াই হাত দুখনেৰে মুখখন লুকুৱাই ললে আৰু কান্দি পেলালে। তেওঁৰ ওচৰলৈ গৈ ৰুদিনে কলে — 'নাটালিয়া! মৰমৰ নাটালিয়া। নিজকে সান্ত্বনা দিয়া।' তেওঁ ব্যগ্ৰভাবে চিঞৰি দিলে, 'ঈশ্বৰৰ দোহাই নাকান্দিবা, মোক আৰু যন্ত্ৰণা নিদিবা।'

নাটালিয়াই মূৰ তুলিলে। 'আপুনি মোক সান্ত্বনা লবলৈ কৈছে।' তেওঁৰ অশ্রুসিক্ত চকুযুৰি উজ্বলি উঠিল। 'আপুনি যি ভাবিছে তাৰ বাবে মই কন্দা নাই---ই সেয়া নহয়। যিয়ে মোক আঘাত দিছে সেয়া হ'লঃ আপুনি মোক ভুল বুজিলে----এনেহেন এটা মুহূৰ্ত্তত কিয় বাৰু মই আপোনাৰ উপদেশ বিচাৰি আহিলোঁ।' আৰু আপুনি, —প্ৰথম কথাতে আপুনি মোক আশা ত্যাগ কৰিবলৈ কলে! এনেকৈয়ে জানো আপুনি মুক্তি, ত্যাগ আদি আপোনাৰ নিজস্ব ধাৰণা-বোৰ প্ৰয়োগ কৰে, যিবোৰ—' অতি কষ্টেৰেহে যেন তেওঁ কথা-খিনি কলে।

ব্যাকুল হৈ ৰুদিনে আৰম্ভ কৰিলে, 'কিন্তু নাটালিয়া, মনত ৰাখিবা— মই যি কথা দিছোঁ তাক আৰু লৰচৰ নকৰোঁ, কেৱল -'

নতুনকৈ শক্তি গোটাই নাটালিয়াই একেৰাহে কৈ গ'ল। 'আপুনি মোক সুধিছিল যে আমাৰ বিয়াত সন্মতি দিয়াতকৈ মায়ে মোৰ মৃত্যু কামনা কৰে বুলি কোৱাৰ পাছত মই কি উত্তৰ দিছিলোঁঃ মই কৈছিলো যে অন্য এজনক বিয়া কৰোৱাতকৈ মোৰ সোনকালে মৃত্যু হোৱাই ভাল----আৰু আপুনি কয় ত্যাগ কৰাৰ কথা। তেনেহলে মা'ই ঠিকেই কৈছিল— আপুনি মোক ভালাৰিহে লগাইছে, কাৰণ আপুনি ক্লান্ত, বিৰক্ত।'

'মই তোমাৰ ওচৰত শপত খাইছোঁ, মই তোমাক কথা দিছোঁ---' ৰুদিনে কৈ গ'ল। কিন্তু নাটালিয়াই তেওঁৰ কথাত কাণেই নিদিলে।

'কিয় আপুনি মোক বাধা নিদিলে? আপুনি নিজেও কিয় ---বা কিয় তাত কোনো বাধাৰ সৃষ্টি হব নোৱাৰে বুলি বিশ্বাস কৰিছিল? এইবোৰ কবলৈ মোৰ লাজ লাগে----কিন্তু এতিয়া সেই সকলোবোৰ শেষ হৈ গৈছে।'

ৰুদিনে কলে, 'নাটালিয়া তুমি শান্ত হোৱা। আমি দুয়োজনে একেলগে চিন্তা কৰিম আৰু কি কৰিব পৰা যায়—'

বাধা দি তেওঁ কলে, 'আপুনি প্ৰায়ে আত্মত্যাগৰ কথা কয়,

কিন্তু আপুনি জানেনে যে আজি এই মুহূৰ্ত্তত যদি আপুনি মোক কলেহেঁতেন 'মই তোমাক ভালপাওঁ, কিন্তু তোমাক মই বিয়া কৰাব নোৱাৰো' মই ভবিষ্যতৰ কথা কব নোৱাৰো ; তোমাৰ হাতখন মোক দিয়া আৰু মোক অনুসৰণ কৰা,' মই আপোনাৰ লগতে গ'লোহেঁতেন। মই যিকোনো অৱস্থাৰ কাৰণে প্ৰস্তুত। অৱশ্যে কথা আৰু কামৰ বহুতো প্ৰভেদ। এতিয়া ই আপোনাৰ কাপুৰুষালি মাথোঁন — ঠিক পৰহি দুপৰীয়াৰ আহাৰৰ সময়ত ভলিণ্টচেভৰ আগত প্ৰকাশ পোৱা দুৰ্বলতাৰে ই পুনৰাবৃত্তি।'

ৰুদিনৰ মুখমণ্ডলত তেজৰ সোঁত বৈ গ'ল। নাটালিয়াৰ আবেগিক বিস্ফোৰণে তেওঁক বৰকৈ মুগ্ধ কৰিলে। কিন্তু তেওঁৰ শেষৰ কথাখিনিয়ে ৰুদিনৰ আত্মাভিমানত আঘাত হানিলে।

তেওঁ আৰম্ভ কৰিলে। 'তুমি এতিয়া বৰ ক্লান্ত হৈ পৰিছা নাটালিয়া! কিমান নিষ্ঠুৰভাৱে মোক আঘাত দিছা হয়তো তুমি উপলব্ধি কৰা নাই। মই আশা-কৰো সময়ত তুমি মোৰ প্ৰতি উচিত বিচাৰ কৰিবা। তুমি বুজিব পাৰিবা জীৱনৰ সুখ-শান্তি হেৰুৱাব লগা হোৱাতো মোৰ বাবে কিমান ক্ষতিকৰ ; তুমি কোৱাৰ নিচিনা, কোনো ধৰণৰ বাধা নিষেধ নোহোৱাকৈয়ে হয়তো যিটো মই উপভোগ কৰিব পাৰিলোহেঁতেন। তোমাৰ মনৰ শান্তি, মোৰ মনত, পৃথিবীৰ আন সকলো বস্তুতকৈ বেছি মূল্যবান ; আৰু মই এজন নীচতম ব্যক্তিত পৰিণত হম যদিহে মই নিজে পাব লগা হয় - - -'

নাটালিয়াই বাধা দি কলে, 'সম্ভৱত: আপুনিয়ে ঠিক, মই কি কৈছোঁ নিজেই নাজানোঁ। এই পৰ্য্যন্ত আপোনাৰ ওপৰত মোৰ বিশ্বাস আছে, আপোনাৰ প্ৰতিটো কথাৰ ওপৰত বিশ্বাস আছে। অনুগ্ৰহ কৰি ভবিষ্যতলৈ আপুনি কোৱা কথাবোৰৰ ওপৰত গুৰুত্ব দিব, চেলেপু কথা নকব। যেতিয়া মই আপোনাক ভালপাওঁ বুলি কওঁ 'ভালপোৱা' শব্দটোৰ অৰ্থ মই বুজোঁ ; মই যিকোনো পৰিস্থিতিৰ কাৰণে প্ৰস্তুত - - - - যি শিক্ষা দিলে তাৰ বাবে আপোনাক ধন্যবাদ জনাবলৈহে মাথোঁ। এতিয়া বাকী ; আৰু আপোনাৰ পৰা বিদায়

মাগিছোঁ।'

'ঈশ্বৰৰ দোহাই, নাটালিয়া ! ৰবা, তোমাক অনুৰোধ কৰিছোঁ। মই শপত খাই কৈছোঁ যে তোমাৰ ঘৃণাৰ পাত্ৰ হ'বলৈ মই একো কৰা নাই। মোৰ অৱস্থা উপলব্ধি কৰিবলৈ চেষ্টা কৰা। তোমাৰ তথা মোৰ নিজৰ কাৰণে ময়ে দায়ী। যদি মই তোমাক গভীৰভাবে ভাল পালোহেঁতেন — হে ঈশ্বৰ — তৎকালেই তোমাক মোৰ লগত পলাই যোৱাৰ পৰামৰ্শ দিলোহেঁতেন। আজি নহয় কাইলৈ মা'ৰাই তোমাক ক্ষমা কৰিলেহেঁতেন - - - - আৰু তেতিয়া - - - - কিন্তু মোৰ সুখৰ বিষয়ে ভবাৰ আগতে - - - -'

তেওঁ নিজকে সংযত কৰি ললে। তেওঁৰ ওপৰত নিক্ষিপ্ত নাটালিয়াৰ অবিচলিত দৃষ্টিয়ে তেওঁক অস্থিৰ কৰি তুলিলে।

নাটালিয়াই কলে — 'মোৰ ওচৰত নিজকে এজন সন্মানিত ব্যক্তি হিচাবে দেখুৱাবলৈ সাধ্যানুসাৰে আপুনি সকলোখিনি কৰিছে। এই বিষযে মোৰ কোনো সন্দেহ নাই। আপুনি স্বাৰ্থপৰ নহয়, কিন্তু মোক পতিয়ন নিয়াবলৈ সিয়ে যথেষ্টনে ? ইয়াৰ বাবেই মই ইয়ালৈ আহিছিলোনে ?'

'মই কেতিয়াও ভবা নাই, নাটালিয়া — '

'অ' এতিয়া আপোনাৰ আচল কথাটো ধৰা পৰিল। ঠিকেই, আপুনি কেতিয়াও ভবা নাছিল যে ইমান দূৰলৈ আগবাঢ়িব। আপুনি মোক চিনি পোৱা নাছিল। বেয়া নেপাব, আপুনি মোক ভাল নাপায় আৰু ময়ো জোৰ কৰি কাৰো ভালপোৱা আদায় কৰিব নিবিচাৰোঁ।'

আবেগ-বিহ্বল কন্দিনে চিঞৰি দিলে, 'মই তোমাক ভালপাওঁ !'

নাটালিয়াই নিজকে প্ৰস্তুত কৰি ললে। 'সম্ভৱত : ভালপায় ; কিন্তু মোক আপুনি কেনেদৰে ভালপায় ? ডিমিত্ৰি নিকোলায়েভিচ ! স্মৰণ কৰক, সম্পূৰ্ণ সমতা নাথাকিলে প্ৰেম হব নোৱাৰে বুলি আপুনি মোক কৈছিল। মোৰ তুলনাত আপুনি বহুত ওপৰত, মই আপোনাৰ সমকক্ষ নহওঁ - - - মই শাস্তি পোৱাৰে যোগ্য। আপোনাৰ বাবে বহু

বেছি যোগ্যজনক আপুনি বিচাৰি যাওঁক। মই এই দিনটো পাহৰি নাযাম। বিদায়----'

'নাটালিয়া! তুমি যোৱাই নেকি? এনেকৈয়ে আমাৰ বিচ্ছেদ হ'বনে?' তেওঁৰ হাতখন নাটালিয়ালৈ আগবঢ়াই দিলে। নাটালিয়া ৰৈ গ'ল। কদিনৰ যুক্তিয়ে তেওঁক যেন অলপ বিচলিত কৰিলে।

শেষত তেওঁ কলে, 'নহয়, অনুভৱ কৰিছোঁ কিবাই যেন মোৰ অন্তৰখন ভাঙি পেলাইছে। এজনী কল্পা ছোৱালীৰ দৰে আহি মই আপোনাৰ লগত কথা পাতিলোঁ; মই নিশ্চয় চেতনা ঘূৰাই আনিব লাগিব। আপুনি নিজেই কলে এয়া হ'ব নোৱাৰে। হে ঈশ্বৰ! মই ঘৰলৈ যোৱাৰ পথত মনে মনে বিদায় দিছোঁ—মোৰ অতীতৰ সকলো— আৰু তাৰপাছত? ইয়াতে মই কাক দেখা কৰিলোঁ? এখন দুৰ্ব্বল অন্তৰক! আপুনি কেনেকৈ ভাবিলে যে মই পৰিয়াল বিচ্ছেদ সহ্য কৰিব নোৱাৰোঁ? 'তোমাৰ মা' বিৰুদ্ধে----কি ভয়ানক!' —এই সকলোবোৰহে আপোনাৰ পৰা শুনিলোঁ। আপুনি নিজৰ মানুহজন হৈ আছেনে? আপুনিয়েনে ডিমিত্রি ৰুদিন? নহয়! বিদায়---অ' যদিহে আপুনি মোক ভাল পালেহেঁতেন, এতিয়াই, এই মুহূৰ্ত্তে মই অনুভৱ কৰিব পাৰিলোহেঁতেন। নহয়, হ'ব নোৱাৰে, বিদায়!'

তেওঁ দ্ৰুতবেগে ঘূৰি বহুসময় ধৰি উদ্বিগ্নতাৰে ইঙ্গিত দি থকা মাছাৰ ওচৰলৈ দৌৰি গ'ল।

পাছফালৰ পৰা চিঞঁৰি চিঞঁৰি ৰুদিনে কলে, 'ভীৰু তুমিহে, মই নহয়।'

তেওঁৰ কথালৈ মন নকৰি নাটালিয়াই পথাৰৰ মাজেৰে ঘৰমুৱাহৈ বেগাই খোজ দিলে। কোনো দুৰ্ঘটনা নোহোৱাকৈয়ে তেওঁ শোৱা কোঠালৈ আগবাঢ়িল, কিন্তু কথমপি দুৱাৰডলি পাৰ হৈয়ে তেওঁ অচেতন হৈ মাছাৰ বাহুৰ ওপৰতে পৰি গ'ল।

বহুসময় ধৰি বান্ধটোৰ ওপৰতে বিস্মিত হৈ ৰুদিন ৰৈ থাকিল। শেষত চেতনা ঘূৰাই আনি লাহে লাহে বাস্তালৈ খোজ ললে আৰু বাস্তাত উঠি ধীৰে ধীৰে আগবাঢ়িল। তেওঁ বৰ বেয়াকৈ অপমানিত

হ'ল আৰু হতাশ হৈ পৰিল। তেওঁ ভাবিলে — 'কিযে ছোৱালী! খয়লো মাথোঁ ওঠৰ বছৰ! নাই, মই তেওঁক বুজিব পৰা নাই। একনী অসাধাৰণ ছোৱালী! কিযে ইচ্ছা শক্তি তেওঁৰ! তেন্তে ঠিকঃ মই তেওঁক যিমানখিনি ভালপাওঁ তাতকৈও তেওঁ বেছি ভালপোৱাৰহে যোগ্য। অনুভৱ কৰো?' তেওঁ নিজকে সুধিলে। 'ভবিষ্যতলৈ মই এই চিন্তাৰ পৰা অব্যাহতি পামনে? এনেকৈয়ে সকলো শেষ হ'ল। তেওঁৰ আগত মই কি যে অপদাৰ্থ প্ৰমাণ কৰিলোঁ।'

ধাৱমান 'ড্ৰস্কি' এখনৰ ঝুন ঝুন শব্দ শুনি কদিনে চকুতুলি চালে। সদায় একেধৰণে কদমত চলা গাড়ীখন চলাই এইজন লেজনেভ তেওঁৰ কাষেদি আহি আছে। তেওঁলোকে নীৰৱে অন্তৰে মূৰ নমাই প্ৰত্যেকে প্ৰত্যেকক অভিবাদন জনালে। হঠাতে কিবা ভাবি কদিনে পথ সলালে আৰু পোনে পোনে মেডাম লাচুনস্কায়াৰ ঘৰলৈ তভাতৈয়াকৈ দীঘল দীঘল খোজ দিলে।

লেজনেভে তেওঁক যাবলৈ দিলে, চকুৰে পলাতক মূৰ্ত্তিটো অনুসৰণ কৰি থাকিল, আৰু এক মুহূৰ্ত্ত চিন্তা কৰি ঘোঁৰাটো ঘূৰাই লৈ ভলিণ্টচেভৰ ঘৰলৈ গতি কৰিলে, — য'ত তেওঁ নিশাটোও কটালে। তেওঁ গৈ পোৱাত ভলিণ্টচেভ টোপনিত মগ্ন। লেজনেভে লগুৱাজনক তেওঁক নজগাবলৈ কলে আৰু পাইপটো জলাই বাৰান্দাতে বহি একাপ চাহৰ প্ৰতীক্ষাত ৰৈ থাকিল।

—X—

# দশম অধ্যায়ঃ

প্ৰায় দহমান বজাত ডলিণ্টচেস্তে বিছনাৰ পৰা উঠিল; আৰু ৰাতিটো লেজনেক্তে বাৰেন্দাতে বহি কটোৱা বুলি জানি বৰ আচৰিত হ'ল। তেওঁ লেজনেক্তক তেওঁৰ কোঠালৈ মাতি পঠিয়ালে।

তেওঁ সুধিলে, 'কি হ'ল? আপুনি জানো ঘৰলৈ যাব খোজা নাছিল?'

"খুজিছিলোঁ, কিন্তু বাটতে কদিনক লগ পালোঁ। তেওঁ অকলে অকলে পথাৰৰ মাজেৰে আহি আছিল আৰু তেওঁক ইমান হতাশ হতাশ যেন দেখিলোঁ যে মোৰো ভাল নালাগিল। সেয়েহে উভতি অহাকে ঠিক কৰিলোঁ।'

'আপুনি কব খোজে যে কদিনক লগ পোৱা বাবেহে উভতি আহিল!'

'ঠিকেই, সঁচা কথা কবলৈ হলে, কিয় উভতি আহিলো মই নিজেই নাজানোঁ। সম্ভৱতঃ আপোনালৈ মোৰ মনত পৰিল আৰু আপোনাক পুনৰ দেখা কৰাৰ ইচ্ছা হ'ল; লবালবিকৈ ঘৰলৈ যোৱাৰো কোনো কাৰণ নাছিল।'

ডলিণ্টচেস্তে এটা কপট হাঁহি মাৰিলে। 'হয়, এতিয়া আপুনি মোৰ বিষয়ে নভবাকৈ কদিনৰ কথা ভাবিবই নোৱাৰে ... ... ... হেৰ ভাত কোন আছ!' তেওঁ ভাতৰকৈ মাতিলে। 'আমাৰ কাৰণে চাহ লৈ আহ।'

উভয় বন্ধুৱে চাহ-খাবলৈ ধৰিলে। লেজনেক্তে ব্যৱসায় সম্পৰ্কীয়

কৰা [illegible] লাগিল। সাধাৰণ ধৰণ [illegible] কাগজৰ চাৰি কাগজেৰে তৈয়াৰ কৰা এক নতুন পদ্ধতিৰ কথা তেওঁ আলোচনা কৰিলে।

হঠাতে ভলিণ্টচেভ বহি থকা চকীখনৰ পৰা ডাঙৰকৈ উঠিল আৰু টেবিলখনত ইমান জোৰে আঘাত কৰিলে যে হাতত থকা চাহৰ বাচনবোৰ ঝন্‌ঝনাই গ'ল। তেওঁ উত্তেজিত হৈ চিঞৰি উঠিল, 'এয়া মই সহ্য কৰি থাকিব নোৱাৰোঁ। মই সেই ধূৰ্ত মানুহজনক প্ৰত্যাহ্বান জনাম, আৰু পাৰিলে সি মোক গুলীয়াই মাৰক, নহলে তাৰ সেই বিজ্ঞ মূৰটোত ময়ে এটা গুলী সুমুৱাই দিম।'

অলপ সকৈকে লেজনেভে কলে, 'অ, বৰ-বৰ! কিয় ইমান জোৰে চিঞৰিছে? আপোনাৰ চিঞৰত মোৰ পাইপডালো পৰি গ'ল। আপোনাৰ হৈছে কি?'

'তাৰ নামকে মই শুনিব নোৱাৰোঁ: সেইটো শুনিলেই মোৰ তেজ গৰম হৈ উঠে।'

মজিয়াৰ পৰা পাইপডাল্ তুলি লৈ লেজনেভে তেওঁক ধমক দি কলে, 'শুনক, হেৰ অভিজ্ঞ ল'ৰা, আপুনি নিজে লাজ পোৱা উচিত। তেওঁৰ লগত কাজিয়া নকৰিব।'

কোঠালীৰ ভিতৰতে তহল দি দি ভলিণ্টচেভে কৈ গ'ল। 'সেই মানুহজনে মোক অপমান কৰিছে। প্ৰথমতে মই হতভম্ব হৈ পৰিলোঁ: সি মোক আচৰিত কৰি তুলিলে; ই একেবাৰে অপ্ৰত্যাশিত। মই তাক বুজাই দিম যে সি কি মানুহৰ লগত খেলা খেলিছে। বিহ্বল দাৰ্শনিকজনক মই পেট্ৰিজ চৰাইৰ নিচিনাকৈ গুলীয়াই হত্যা কৰিম।'

'ই আপোনাৰ যথেষ্ট হিত সাধন কৰিব, লাগিলে আপোনাৰ ভনীয়েৰাই এইটো যেনেকৈয়ে নলওঁক। অৱশ্যে এতিয়া আপুনি ইমান গভীৰ আবেগত অভিভূত হৈ আছে যে আপোনাৰ ভনীয়েৰাৰ কাৰণে

তথাব কোনো অবকাশ নাই। কিন্তু আনজনা ব্যক্তিয়ে কি কৰিব? আপুনি ভাবেনেকি যে দাৰ্শনিক জনক হত্যা কৰিলেই আপোনাৰ সকলো ঠিক হৈ যাব?'

ভলিপ্টচেভ ঘপহকৈ চকীখনত বহিল। 'মই ভেন্তে ক'ৰবালৈ গুচি যাম; ইয়াত মোৰ অন্তৰখন ক্ৰমে ক্ৰমে মৰহি যাব ধৰিছে। ভাবিবই পৰা নাই নিজকে লৈ মই কি কৰিম!'

'আপুনি কেনেকৈ আপুনি গুচি যাব! সেয়া বেলেগ কথা। তথাপি কৰিব লাগিব! কি কৰিব লাগিব জানেনে? আমি একেলগে ককে-চাচ্ নাইবা ইউক্ৰেইনলৈ যাম আৰু তাত প্ৰখ্যাত 'গালুস্কী' খাবলৈ পাম। কি যে চমৎকাৰ পৰিকল্পনা!'

'ভগ্নীজনীক অকলশৰে এৰি যাম জানো?'

'মেডাম লিপিনা বাৰু কিয় আমাৰ লগত নাযাব? তেওঁৰ পৰি-চৰ্য্যাই হব মোৰ একমাত্ৰ কৰ্ত্তব্য। তেওঁৰ কোনো অভাৱ নহব। তেওঁ বিচাৰিলে মই প্ৰতি নিশাই তেওঁৰ খিৰিকীৰ ওচৰত নৈশসংগীত পৰি-বেশনৰ ব্যৱস্থা কৰিম। মই গোটেই পথত ফুল পাৰি দিম আৰু গাড়ীচালকৰ গাত সুগন্ধি 'ওডিকলোন' ছটিয়াই দিম। আৰু আমাৰ কাৰণে? কিয়— আমিতো নব-জন্ম লাভ কৰিম; তেতিয়া আমি ইমান উপভোগ কৰিম আৰু ইমান শকত আৱত হৈ উঠিম যে চিৰ-দিনলৈ আমাৰ ভোগ কৰিব লগীয়া আৰু একোৱে নাথাকিব। মোৰ মতে এইটোৱে উৎকৃষ্ট পন্থা।'

'আপোনাৰ এই সকলোবোৰ ভেঙুচালিহে মাথোঁন।'

'সমূলি নহয়! ই আপোনাৰ বাবে এক চমৎকাৰ ব্যৱস্থা।'

'নহয়, ই সম্পূৰ্ণ অনাৱশ্যকীয় আৰু নিৰৰ্থক। মই যুজিম, মই তাৰ লগত যুজিব বিচাৰোঁ।'

'আকৌ তাতেই লাগিল। আপুনি আজি বৰ খঙত আছে।'

হাতত চিঠি এখন লৈ লগুৱা এজন সোমাই আহিল।

লেজনেভে সুধিলে— 'কাৰ চিঠি?'

'মেডাম লাচুনস্কায়াৰ লগুৱাজনৰ হাতত দিয়া ডিমিত্ৰি নিকোলায়েভিচ

কজিনৰ চিঠি।'

'কজিনৰ? কালৈ লিখা?' ভলিণ্টচেভে পুনৰ সুধিলে।

'আপোনালৈ, ভাওবীয়া।'

'মোলৈ? দিয়া!'

ভলিণ্টচেভে চিঠিখন লৈয়ে খুলি পেলালে আৰু ইয়াৰ আখৰবোৰ ওপৰে ওপৰে চকু ফুৰাই গ'ল। লেজনেভে অতি সুক্ষ্মভাবে তেওঁক নিৰীক্ষণ কৰি আছে; ভলিণ্টচেভৰ মুখমণ্ডলত এক বিশেষ আৰু প্ৰায় আনন্দ ভৰা আশ্চৰ্য্য ভাৱ বিয়পি পৰিছে। তেওঁ হাত দুখন নমাই ললে।

লেজনেভে সুধিলে, 'কি লিখিছে?'

লেজনেভৰ হাতত চিঠিখন তুলি দি ক্ষীণস্বৰে ভলিণ্টচেভে কলে— 'পঢ়ি চাওঁক!'

লেজনেভে পঢ়ি গ'ল। ৰুদিনে লিখিছে:

মৰমৰ চেৰগেই পাভ্লভিচ,

মই আজিয়ে মেডাম লাচুনস্কায়াৰ ঘৰ এৰিলোঁ। চিৰদিনৰ বাবে এৰিলোঁ। কথাটো শুনি হয়তো আপুনি আচৰিত হব, বিশেষকৈ কালি ৰাতি ঘটা ঘটনাৰ পৰিপ্ৰেক্ষিতত। কিয় এই ঘৰ এৰিলোঁ সেইটো আপোনাক সঠিকভাবে মই বুজাব নোৱাৰোঁ; কিন্তু মোৰ প্ৰস্থান সম্পৰ্কে আপোনাক জনোৱাটো উচিত বুলি মই অনুভৱ কৰোঁ। আপুনি মোক বেয়া পায়; আনকি মোক এজন সম্মানহীন ব্যক্তি বুলিও ভাবে। মই মোৰ সততা প্ৰমাণ কৰিব নিবিচাৰোঁ; সেইটো সময়ে কৰিব। মোৰ বিচাৰত এজন ভ্ৰান্ত ধাৰণাৰ বশবৰ্ত্তী মানুহক তেওঁ জানি শুনি কৰা অন্যায়-অবিচাৰবোৰ প্ৰমাণ কৰি দিয়াৰ চেষ্টা কথাটো যিকোনো মানুহৰ বাবে অযুগুত আৰু অনাৱশ্যকীয় প্ৰাথোন। যিজনে মোক বুজে তেওঁ মোক ক্ষমা কৰিব, কিন্তু যিজনে মোক নাজানে বা জানিব নোৱাৰে তেওঁৰ নিন্দা বা কটু বিচাৰত মই লেশ মাত্ৰও বিচলিত নহওঁ। আপুনি মোক ভুলকৈ বুজিলে। মোৰ দৃষ্টিত আপুনি এজন মহৎ আৰু সৎ মানুহ হিচাবেই বৈ আছে;

আপুনি যুক্ত আছে তাৰ পাৰিপাৰ্শ্বিকতাৰ উৰ্দ্ধত থাকিবলৈ সমৰ্থবান বুলি মই আপোনাক ভাবিছিলোঁ। কিন্তু মোৰ ভুল হৈছিল। হায়! এয়ে সৰ্বপ্ৰথম সময়ো নহয় কিম্বা শেষো নহয়। ভাল, মই এৰিলোঁ। মই আপোনাৰ সুখ কামনা কৰোঁ। মই আশা কৰোঁ আপুনি বুজিব যে মোৰ সদিচ্ছা সম্পূৰ্ণ নিস্বাৰ্থ। মই আশা কৰোঁ আপুনি এতিয়া সুখী হব। সম্ভৱতঃ সময়ত আপুনি মোৰ প্ৰতি থকা ধাৰণা সলনি কৰিব। আমি আকৌ কেতিয়াবা লগ হম নে নহয় মই নাজানো, কিন্তু যিকোনো অৱস্থাতে মই এনেকৈয়ে থাকিম।

সততাৰে আৰু সন্মানজনকভাৱে আপোনাৰ —

দি, ক,

দ্ৰষ্টব্য: – মই আপোনাক দিবলগীয়া তুশ কম্বল টি, আয়া প্ৰদেশৰ মোৰ গাওঁ পোৱাৰ লগে লগে পঠিয়াই দিম। লগতে মেডাম লাচুন-স্কায়াক এই চিঠিখনৰ বিষয়ে একো নকবলৈ অনুৰোধ জনালোঁ।

বিঃদ্ৰঃ:— আৰু এটা শেষ লগতে গুৰুত্বপূৰ্ণ অনুৰোধ যে যিহেতু এতিয়া মই এৰিয়ে আছিলোঁ, মই বিশ্বাস ৰাখোঁ আপুনি যেন নাটালিয়া লাচুনস্কায়াক আপোনাৰ লগত মোৰ সাক্ষাতৰ কথা কেতিয়াও নকয়।

লেজনেভে চিঠিখন পঢ়ি উঠাৰ লগে লগে ভলিণ্টচেভে সুধিলে,— 'ভাল বাৰু, আপুনি এই বিষয়ে কি কয়?'

'কিনো কম!' লেজনেভে আবেগৰ সুৰত কলে। – 'পূব-দেশীয় ৰীতি অনুযায়ী আল্লা আল্লা বুলি চিঞঁৰক আৰু বিস্মিত হৈ মুখত এটা অঙুলি দিয়ক— তাৰ বাহিৰে আৰু কি কৰিব। তেওঁ গুচি গ'ল। মোৰ মতে ভালেই কৰিলে, মুক্তি পালে। কিন্তু আচৰিত কথা এই যে তেওঁ আপোনালৈ এই চিঠিখন লিখাটো এটা পবিত্ৰ কৰ্ত্তব্য বুলিয়ে ভাবিলে, আৰু কৰ্ত্তব্যপৰায়ণতাৰ খাতিৰতে তেওঁ আপোনাক দেখা কৰিবলৈও আহিছিল। এনেকুৱা ভদ্ৰলোক সকলৰ প্ৰতিটো পদক্ষেপেই একোটা কৰ্ত্তব্য; তেওঁলোকে সদায় আনৰ প্ৰতি কোনো কৰ্ত্তব্য পালন অথবা ঋণ পৰিশোধ কৰিবলগীয়া হয়।' চিঠি

[illegible] [illegible] [illegible] কি এটা [illegible] [illegible] লেজনেভে কলে।

ভলিণ্টচেভে চিঞৰি কলে, 'আৰু কিবে [illegible] সি প্ৰয়োগ কৰিছে। মই তাৰ ভুল বুজিছোঁ ; সি ভাবে যে মই যিকোনো অৱস্থাৰ উৰ্দ্ধত থাকিব লাগে .... হে ঈশ্বৰ, কি নিৰ্ব্বোধ! ই কবিতাতকৈও অধম!'

লেজনেভে উত্তৰ নিদিলে। কেৱল এটা চকুৰ নিমিষ কাঢ়িলে।

ভলিণ্টচেভ থিয় হ'ল। তেওঁ কলে, 'মই মেডাম লাচুনস্কায়াক দেখা কৰিব খোজোঁ। এই সকলোবোৰৰ তাৎপৰ্য্য মই উদ্ধাৰ কৰিমেই।'

'হেৰ অভিজ্ঞ ল'ৰা, অপেক্ষা কৰক, তেওঁক আঁতৰ হবলৈ সময় দিয়ক। আপুনি আকৌ তেওঁৰ পাছত কিয় লাগিছে? তেওঁ প্ৰায় নিঃশেষ হৈ গৈছে — আপোনাক আৰু কি বেছি লাগে? বৰং বিছনালৈ যাওঁক আৰু অলপ টোপনি মাৰক ; আপুনি নিশ্চয় ওৰেনিশা উজাগৰে চট-ফটাই আছে। এতিয়া কিন্তু আপোনাৰ কামবোৰ সহজ হৈ পৰিছে।'

'কিহৰ বাবে আপুনি এনেকৈ ভাবে?'

'হয়, মোৰ এনেকুৱাই অনুমান হয়। সঁচাকৈ, আপুনি অলপ টোপনি যাওঁক, আৰু মই আপোনাৰ ভনীয়েকৰ লগতে বহোঁগৈ।'

কোটচোলাটো টানি আনি ভলিণ্টচেভে কলে, 'মোৰ টোপনি মৰাৰ সমূলি ইচ্ছা নাই। কিয় মই টোপনি মাৰিব লাগে? বৰং খোঁৱা দোৱাই পথাৰলৈ গৈ খেতি পথাৰবোৰ চোৱা চিতা কৰোঁগৈ।'

'বেয়া কথা নহয়। যাওঁক অভিজ্ঞ ল'ৰা, যাওঁক আৰু খেতি পথাৰবোৰ ভালদৰে চোৱা-চিতা কৰক।' লগে লগে মেডাম লিপিনাৰ কোঠালৈ লেজনেভো গুচি গ'ল।

* * *

মেডাম লিপিনাক তেওঁ অহংকমতে মগ্ন পালে। লেজনেভৰ আগমনত তেওঁ সানন্দে অভিনন্দন জনালে। তেওঁৰ সাক্ষাতত লিপিনা সদায় আনন্দিত হয় ; কিন্তু সিদিনা তেওঁৰ মুখমণ্ডলত যেন কিবা এটা বিস্তৃতিৰ ভাব। আগদিনাৰ কজিনৰ সাক্ষাতে তেওঁক উদ্বিগ্ন কৰি তুলিছিল।

তেওঁ লেজনেভক সুধিলে, 'ককাইদেউক ভাল পালে নহয় ? তেওঁৰ মনৰ অৱস্থা কেনে আছে ?'

সম্পূৰ্ণ ভালে আছে। তেওঁ খেতি-পথাৰৰ তদাৰক কৰিবলৈ ওলাই গ'ল।'

মেডাম লিপিনা কিছুসময় নীৰৱ হৈ ৰ'ল। কমালখনৰ মুৰিৰ ওপৰত অবিচল দৃষ্টি ৰাখি তেওঁ আৰম্ভ কৰিলে। 'অনুগ্ৰহ কৰি কওঁক ... উদ্দেশ্যটো আপুনি জানেনে ?'

'কদিনৰ সাক্ষাতৰ ?' লেজনেভে কলে। 'মই নিশ্চয় জানোঁ। তেওঁ আহিছিল বিদায় মাগিবলৈ।'

মেডাম লিপিনাই মুৰ তুলি চালে। 'কি বিদায় মাগিবলৈ !'

'হয়। তুমি শুনা নাই ? তেওঁ মেডাম লাচুনস্কায়াৰ ঘৰ এৰিলে।'

'এৰিলেই ?'

'ভালৰ বাবেই, অন্ততঃ তেওঁ কোৱামতে।'

'কিন্তু মই বুজা নাই – মুঠতে—'

'অ সেইটো অন্য এক কথা ! ই বোধগম্য নহয়, তথাপি সেইটো এনেকুৱাই। তেওঁলোকৰ মাজত নিশ্চয় কিবা এটা ঘটিছে। তেওঁ তাৰডাল বৰ জোৰকৈ টানিলে— আৰু ই মটক্ কৰি ছিঙি গ'ল।'

মেডাম লিপিনাই কলে, 'মিখাইল মিখাইলোভিচ ! মই বুজা নাই' আপুনি মোক ঠাট্টা কৰা বুলিহে অনুমান হয়।'

'হে ঈশ্বৰ ! নহয় মই কৈছোঁৱে নহয় তেওঁ গুচি গৈছে, আৰু তেওঁৰ এই সিদ্ধান্তৰ বিষয়ে লিখিত ভাবে জনাইছেও। এক প্ৰকাৰে এইটো বেয়া হোৱা নাই : কিন্তু তেওঁৰ প্ৰস্থানে এখন বিশিষ্ট আঁচনি ব্যৰ্থ কৰি দিলে, যিখনৰ বিষয়ে মই তোমাৰ ককায়েৰাৰ লগত আলোচনা কৰি আছোঁ।'

'এখন আঁচনি ? কিহৰ আঁচনি ?'

'এইয়া ! তোমাকো লগতে লৈ আমি এটা প্ৰমোদ ভ্ৰমনত যোৱাৰ পৰামৰ্শ ককায়েৰাক মই দিছিলোঁ। 'মই তোমাৰ যত্ন লোৱাৰ দায়িত্ব লৈছিলো .. . ।'

'কি অদ্ভুত। মেডাম্ লিপিনাই উপহাস কৰি কলে। 'আপুনি মোৰ কেলে মই লব বই বেচ [illegible] [illegible] হ'ব। আপুনি কিয় মোক অনাহাৰে মৰিবলৈ দিয়ে।'

'তুমি তাৰেহে কল্পা, তুমি মোক বুজা নাই। তুমি মোক ঠিক কাঠৰ পুতলা এটাৰ নিচিনা নিৰ্বাক নিস্পন্দ বুলি ভাবিছা। কিন্তু তুমি জানানে যে মই চেনীৰ দৰে গলিযোৱাৰ সমৰ্থ আৰু নিজৰ [illegible] ওপৰত থিয় হৈয়ে দিনবোৰ কটাইছোঁ।'

'মই স্বীকাৰ কৰোঁ, কিন্তু এটা দৰ্শনীয় দৃশ্য যিটো সুযোগ মই হেৰুৱাব নোখোজোঁ।'

লেজনেভ হঠাতে থিয় হ'ল আৰু কলে, 'যদি সেয়ে হয় মোক বিয়া কৰোৱা আৰু তেতিয়াহলে তুমি সেইটো নেহেৰুৱাবা!'

মেডাম লিপিনা লাজতে চুলিৰ আগলৈকে ৰঙা-ছিঙা পৰি গ'ল। মনৰ খেলিমেলিত ক্ষীণ মাতেৰে তেওঁ কলে, 'আপুনি এইবোৰ কি কব ধৰিছে?'

পুনৰ যোগদি লেজনেভে কলে। 'মই সেই কথাটোকে কৈছোঁ। যিটো বহুদিনৰ পৰা হাজাৰ হাজাৰ বাৰ মোৰ জিভাৰ আগতে বৈ আছে। অৱশেষত সি নিঃসৰিত হ'ল; আৰু এই বিষয়ে তুমি যি ভাল দেখা তাকে কৰা। মই তোমাক বিৰক্তি দিয়াৰ ইচ্ছা নকৰোঁ, আৰু এতিয়াই প্ৰস্থান কৰিম। যদি তুমি মোৰ পত্নী হব খোজা........ মই এতিয়া যাওঁ। যদি ইয়াত তোমাৰ কোনো আপত্তি নাথাকে মোক জনাবা; মই বজিম........'

মেডাম লিপিনাই লেজনেভক আৰু কিছুসময় ৰখাব চেষ্টা কৰিলে। কিন্তু তেওঁ তৎকালেই ওলাই আহিল, মূৰত [illegible] [illegible] কাণিকাত [illegible], [illegible] [illegible] [illegible] [illegible] মূৰটো [illegible] চাই থাকিল।

'লেজনেভ [illegible]।' [illegible] [illegible] [illegible] [illegible] মাত শুনা গ'ল। "গৰাকীনীয়ে আপোনাক লগ কৰাৰ ইচ্ছা কৰিছে। তেখেতে আপোনাক লগ পাবলৈ বিচাৰিছে। অনুগ্ৰহ কৰি আহক।'

লেজনেভে চাৰিওফালে এবাৰ ঘূৰি চালে। দুয়োখন হাতেৰে [illegible] [illegible] [illegible] মূৰত [illegible], আৰু [illegible] [illegible] [illegible] কৰি [illegible], [illegible] এটা [illegible] [illegible]। [illegible] [illegible] [illegible] [illegible] ভাবলৈ গ'ল।

# একাদশ অধ্যায়

মেজিনেভৰ লগত সাক্ষাতৰ পাছত কদিন পোনে পোনে ঘৰলৈ উভতিল। কোঠাৰ ভিতৰত সোমাই ভলিণ্টচেভ আৰু নাটালিয়ালৈ দুখন চিঠি লিখিলে। নাটালিয়ালৈ লিখা চিঠিখনত তেওঁ বহু সময় ললে। মূল লিখনিত বহুতো কটাকটি আৰু সাল-সলনি কৰাৰ পাছত এখিলা কাগজত সযতনে প্ৰতিলিপিটো প্ৰস্তুত কৰিলে। তাৰ পাছত পাৰ্য্যমানে সৰু কৰি জাপি লৈ জেপত ভৰাই থলে। বিষন্ন মনে কোঠাটোৰ ভিতৰতে অলপ সময় তহল দিয়াৰ পাছত তেওঁ চকী এখনত বহি পৰিল। গালত হাত বুলাই বুলাই কিবা ভাবি থাকোঁতে তেওঁৰ কেইটোপালমান চকুপানী আপোনা-আপুনি ওলাই আহিল। তেওঁ হঠাতে উঠি কোটচোলাটোৰ বুতামবোৰ মাৰি ললে আৰু তেওঁক সাক্ষাতৰ অনুমতি দিবনে সুধিবলৈ লগুৱাটোক মেডাম লাচুনস্কায়াৰ ওচৰলৈ পঠিয়াই দিলে।

লগুৱাজন অচিৰে ঘূৰি আহিল আৰু কলে যে গৰাকীনী তেওঁক লগ ধৰাত সম্মত। কদিন গ'ল।

দুমাহ আগতে যি ঠাইত তেওঁ কদিনক লগ পাইছিল ঠিক সেই পঢ়া-কোঠালীতে আজিও লাচুনস্কায়াই তেওঁক স্বাগতম জনালে। এইবাৰ তেওঁ অকলে নহয়। নম্ৰতা, সতেজতা, পৰিপাটি আৰু কৃত্ৰিমতা আদি স্বভাৱসুলভ বৈশিষ্ট্যবোৰৰ কোনো ধৰণৰ ব্যতিক্ৰম নোহোৱাকৈ তেওঁৰ লগতে বহি আছে পেণ্ডেলেভস্কি।

মেডাম লাচুনস্কায়াই কদিনক নম্ৰভাবে আদৰণি জনালে আৰু তেৰোঁ বিনয়ীভাবে অভিবাদন জনালে। তেওঁলোকৰ মুখৰ হাঁহিৰ অন্তৰালত যে কিবা এটা অপ্ৰকাশ্য অসন্তুষ্টিৰ ভাব লুকাই আছে তাক মানব প্ৰকৃতি সম্বন্ধে জ্ঞান থকা যিকোনো মানুহে দেখিয়েই সহজে অনুমান কৰিব পাৰে। মেডাম লাচুনস্কায়া তেওঁৰ ওপৰত ক্ৰোধান্বিত

বুলি কদিনে জানে। আনহাতে কদিনে ইতিমধ্যে সকলো ঘটনাৰ গম পোৱা বুলি মেডাম লাচুনস্কায়াৰো সন্দেহ।

কদিনৰ নিচিনা নিচলা, অসম্ভ্ৰান্ত আৰু পৰিচয়বিহীন ব্যক্তি এজনে ভাবিয়া মিখাইলোভনা লাচুনস্কায়াৰ নিচিনা সম্ভ্ৰান্ত মহিলা এগৰাকীৰ জীয়েকৰ লগত হুলি-গলি কথাটো পেণ্ডেলেভস্কিয়ে নিন্দা কৰিলে। ইয়ে লাচুনস্কায়াৰ বিপৰ্য্যয় মাতি আনিলে, তেওঁৰ আচল মানুহজনী জাগি উঠিল।

তেওঁ যুক্তি দাঙি ধৰিলে। 'মানি ললোঁ, তেওঁ এজন চতুৰ প্ৰতিভাশালী ব্যক্তি! হলেইবা কি হব! ইয়াৰ অৰ্থ এয়েনে যে যিকোনো মানুহে মোৰ জোৱাই হবলৈ বাঞ্চা কৰিব পাৰে?'

একে সুৰতে পেণ্ডেলেভস্কিয়ে কৈ উঠিল, 'মোৰ নিজ চকুকো বিশ্বাস কৰিব নোৱাৰা হৈছোঁ। মানুহে নিজৰ যোগ্যতা বুজি নোপোৱাতো কিমান আচৰিত!'

চৰম ঘৃণাত নাটালিয়াৰ প্ৰতি মেডাম লাচুনস্কায়াৰ ভাল ভাব নোহোৱা হৈ গৈছিল।

কদিনক তেওঁ বহিবলৈ কলে। তেওঁ বহিল। কদিন আৰু আগৰ কদিন নহয়। ঘৰখনত থকা তেওঁৰ আগৰ প্ৰভাৱ এতিয়া আৰু নাই। আনকি পুৰণি চিনাকীৰ দৰেও হৈ থকা নাই। তেওঁ কেৱল আলহীহে, সিও অনাহুত। পানী গোটমাৰি কঠিন বৰফত পৰিণত হোৱাৰ নিচিনা হঠাতে এই সকলোবোৰ চিন্তাই কদিনৰ মনত ঠাই খাই পৰিল।

'আপোনাৰ আতিথ্যৰ বাবে ধন্যবাদ!' কদিনে কলে। 'মোৰ সৰু গাওঁখনিৰ পৰা খবৰ আহিছে। মই আজিয়ে যাব লাগিব।'

মেডাম লাচুনস্কায়াই খু-উ ব মনোযোগেৰে কদিনলৈ চালে। 'খৰতকীয়া কাৰ্য্যবন্ধাৰা তেওঁ সুযোগ ললে। সম্ভবতঃ তেওঁ সকলো কথাই ধৰিব পাৰিছে। মই আৰু অসুখকৰ কথাবোৰ কব নালাগে। ভালেই হ'ল। এনে বুদ্ধিমান ব্যক্তিৰ ঈশ্বৰে মঙ্গল কৰক।' — তেওঁ ভাবিলে।

তেওঁ ভাগুৰকৈ কলে, 'ইচাইকেনে ! বৰ দুখ আৰু পৰিতাপৰ কথা ! যাবই লাগে যদি যাওঁকচোন । অন্যথা শীতকালত মস্কোত আপোনাক লগ পাবলৈ বাট চাই থাকিম । আমি সোনকালে চহৰলৈ যাম ।'

'মস্কোলৈ যাব পাৰিমনে নোৱাৰো সঠিককৈ কব নোৱাৰোঁ মেডাম ! যদি পইচা-পাতি যোগাৰ হয়, আপোনাক তাত লগ ধৰিব পাৰিলে কৃতাৰ্থ মানিম ।'

পেলেগেয়া পেত্ৰভ্‌নাই মনতে ভাবিলে, 'হায় বন্ধু ! ক্ষন্তেক আগতে তুমিয়েই ইয়াত প্ৰভুত্ব খটুৱাইছিলা, আৰু এতিয়া কথাবোৰ কেনেকৈ কোৱা দোখোন !' তেওঁ স্বাভাৱিক পৰিমিত কণ্ঠস্বৰে কলে, 'আপুনি নিশ্চয় গাওঁৰ পৰা কিবা দুঃসংবাদ পাইছে ?'

নীৰসভাৱে কদিনে উত্তৰ দিলে, 'হয়, পাইছোঁ !'

'খেতি বাতি ভাল নহয় বোধহয় ?'

'নহয় খেতি বাতিৰ কথা নহয় ··· ··· ··· ··· মোক বিশ্বাস কৰক মেডাম !' কদিনে যোগ দি কলে, 'আপোনাৰ ঘৰত থকা দিনবোৰৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ ।'

আৰু ময়ো সানন্দে আমাৰ একেলগে থকা দিনবোৰ সদায় মনত ৰাখিম ··· ··· ··· ·· আপুনি কেতিয়া যাবগৈ ?'

'আজি, দুপৰীয়াৰ আহাৰৰ পাছতে ।'

'ইমান সোনকালে ! ভাল বাৰু, আপোনাৰ যাত্ৰা শুভ হওঁক । আৰু যদিহে কামত বেছিদিন ব্যস্ত থাকিব লগীয়া নহয়, তেতিয়া-হলে আপুনি আমাক ইয়াতে লগ পাব ।'

কদিন বহাৰ পৰা উঠিল আৰু কলে. 'লগপোৱাৰ সম্ভাৱনা খুব কমেই, মোক ক্ষমা কৰিব ।' পুনৰ যোগদি কলে, 'এই মুহূৰ্ত্তত আপোনাৰ ঋণ পৰিশোধৰ কৰাৰ মোৰ অৱস্থা নাই ; কিন্তু মই ঘৰ পোৱা মাত্ৰকে ···· ···· ···· ···'

তেওঁৰ কথাৰ ওপৰতে মাত দি লাচুনস্কায়াই কলে, 'ৰব ৰব, ডিমিত্ৰি নিকোলায়েভিচ ! সেইটো উল্লেখ নকৰিব । এতিয়া সময়

কিমান হৈছে ?'

পেগুলেভস্কিয়ে তেওঁৰ সোণ খটোৱা সৰু ঘড়ীটো ভিতৰ জেপৰ পৰা উলিয়াই ললে ; আৰু থিয় কান্ধৰ ওপৰত গুলপীয়া গালখন হলাই খুব সাৱধানে সময়টো চালে। 'দুই বাজি তেত্রিশ মিনিট।' তেওঁ কলে।

'মোৰ কাপোৰ-কানি সলাবৰ হ'ল।' মেডাম লাচুনস্কায়াই কলে। 'বিদায়, ডিমিত্রি নিকোলায়েভিচ !'

ৰুদিনেও কোঠা এৰিলে। অভিনেতা সকলে নাটভূমিকাৰ আখৰা কৰা আৰু কূটনৈতিক প্রতিনিধি সকলে আগতীয়াকৈ প্রস্তুত কৈ ৰখা মতামত বৈঠকত আনুষ্ঠানিকভাবে বিনিময় কৰাৰ দৰে লাচুনস্কায়া আৰু তেওঁৰ মাজত হোৱা সকলোবোৰ কথোপ কথন গতানু-গতিকতাত বাহিৰে একো নহয়।

অভিজ্ঞতাৰ পৰা তেওঁ বুজিব পাৰিলে কেনেকৈ সমাজৰ উচ্চ থাপৰ মানুহবোৰে এজন মানুহক কেৱল অৱহেলাই নকৰে : দৰ্কাৰ নাই বুলি ভাবিলে তেওঁক সম্পূর্ণ্ৰূপে পৰিত্যাগ কৰিবলৈও কুণ্ঠাবোধ নকৰে। বল-নৃত্যৰ অন্তত হাতমোজা, মিঠাই বান্ধি অনা কাগজ এখিলা অথবা ভাগ্য-খেলত বিজয়ী হব নোৱাৰা টিকট এটাৰ দৰে তেওঁলোকৰ স্বাৰ্থত নলগা মানুহবোৰকো অনাদৰ আৰু অৱহেলা কৰে।

ৰুদিনে ততাতৈয়াকৈ বস্তু-বাহানিবোৰ বান্ধি ললে আৰু প্রস্থান মুহূৰ্ত্তলৈ ব্যগ্র হৈ অপেক্ষা কৰিলে। তেওঁৰ সিদ্ধান্তৰ কথা জানিব পাৰি ঘৰখনৰ প্রত্যেকে আচৰিত হল। আনকি লগুৱাইঁতেও বিমূঢ়-হৈ তেওঁৰ ফালে চালে। বাচিস্তভৰ দুখৰ কথা প্ৰকট হৈ পৰিল। নাটালিয়াই ইচ্ছাকৃতভাৱে তেওঁক এৰাই ফুৰিলে। আনকি তেওঁৰ চকুত নপৰিবলৈও তেওঁ চেষ্টা কৰিলে। ইমান স্বত্তেও ৰুদিনে কোনোবা ছেগত তেওঁৰ হাতত চিঠিখন দিলে। দুপৰীয়াৰ আহাৰৰ সময়তো মেডাম লাচুনস্কায়াই মস্কোলৈ যোৱাৰ আগতে তেওঁক লগ পোৱাৰ আশা পুনৰ প্ৰকাশ কৰিলে। ৰুদিনে হলে একো নকলে। পেগুলেভস্কিয়ে তেওঁৰ লগত কথা পতাৰ চেষ্টা কৰিলে। ৰুদিন

একাধিকবাৰ উত্তেজিত হৈ পেণ্ডেলেভস্কিৰ বহল, পাতল গুলপীয়া মুখখনত প্ৰহাৰ কৰিবলৈ উদ্যত হ'ল। মেডামেচেল বনকার্টে কৃদিনৰ ওপৰত সুতীক্ষ্ণ দৃষ্টি ৰাখিলে। চতুৰ, অভিজ্ঞ চিকাৰী কুকুৰৰ চকুতহে সময়ে সময়ে এনে তীক্ষ্ণ দৃষ্টি দেখিবলৈ পোৱা যায়। 'হায়!' তেওঁ নিজকে নিজে কলে, 'তুমি এতিয়া সম্পূৰ্ণৰূপে পৰাস্ত হলা।'

ঠিক ছয় বাজিছে। তাৰাস্তাচখন (গাড়ীখন) কৃদিনৰ দুৱাৰ মুখত ৰ'লহি। তেওঁ তাৰাতাৰিকৈ আন সকলৰ পৰা বিদায় ললে। অন্তৰখন তেওঁৰ গধুৰ আৰু অসুস্থ হৈ উঠিল। এনেদৰে এই ঘৰ এৰিব লাগিব বুলি তেওঁ কেতিয়াও ভবা নাছিল। এতিয়া প্ৰায় ঘৰৰ পৰা উলিয়াই দিয়াৰ নিচিনাই হল ···· ···· ···· ···· 'এটা ৰহস্যজনক ঘটনা! ঘটনা শীৰ্ষ বিন্দুলৈ অনাৰ বাবে মোক কিহে পালে? যি হব লগা থাকে হবই।' এটা কৃত্ৰিম হাঁহিৰে মূৰ নমাই সকলোৰে পৰা বিদায় লোৱাৰ সময়ত এনেবোৰ চিন্তাই তেওঁৰ মূৰত ঠাহ খাই পৰিল। তেওঁ শেষবাৰৰ বাবে নাটালিয়াক এবাৰ চাই ললে। তেওঁৰ বিষাদ ভৰা বিদায়ৰ চকুৰ চাৱনিত সম্পূৰ্ণ ভৰ্ৎসনাৰ অভিব্যক্তি। কৃদিনৰ অন্তৰ ভাঙি পৰিল।

তেওঁ খট্‌খটিৰে প্ৰায় দৌৰাৰ নিচিনাকৈ নামি আহি গাড়ীখনত জাপমাৰি উঠিল। বাচিস্তভে পৰবৰ্ত্তী আস্থানলৈকে তেওঁৰ লগত যোৱাৰ ইচ্ছা কৰিলে। তেৰোঁ গাড়ীখনত বহি ললে। গাড়ীখন যেতিয়া চোতালৰ পৰা গৈ দুয়োকাষে চিৰসেউজীয়া গছৰ শাৰীৰে আহল বহল পথটোত উঠিল তেতিয়া ৰুদিনে কবলৈ ধৰিলে। 'ৰাণীৰ সভাকক্ষ এৰি অহাৰ সময়ত ডন কুইক্‌জোটে তেওঁৰ সঙ্গীজনক কি কৈছিল আপোনাৰ মনত পৰেনে? তেওঁ কৈছিল মানুহক ঈশ্বৰে দিয়া সকলোবোৰ দানৰ ভিতৰত স্বতন্ত্ৰতাই হ'ল সৰ্ব্বশ্ৰেষ্ঠ। ঈশ্বৰৰ অনুগ্ৰহত যিয়ে এটুকুৰা ৰুটি লাভ কৰিছে তেৱেঁই সুখী। ইয়াৰ বাবে তেওঁ ঈশ্বৰৰ বাহিৰে আন কাৰো ওচৰতে সেও মানিব নালাগে। সেই সময়ত ডন কুইক্‌জোটে যি অনুভৱ কৰিছিল, আজি মই তাকেই অনুভৱ কৰিছোঁ। ঈশ্বৰে নকৰক, বন্ধু বাচিস্তভ! হয়তো আপুনিও

এদিন এই অভিজ্ঞতা লাভ কৰিব লাগিব ।'

ইয়ে বাচিস্তভৰ অন্তৰ স্পৰ্শ কৰিলে । তেওঁ কদিনৰ হাতখনত জোৰেৰে খামোচ মাৰি ধৰিলে । তেওঁৰ উত্তপ্ত বুকুৰ মাজত সবল অন্তৰখন কঁপি উঠিল । আপোনালৈ যোৱা গোটেই পথতে আত্ম প্ৰত্যয়, মহত্ব আৰু সততাৰে কদিনে স্বাধীনতাৰ প্ৰকৃত অৰ্থ, মানৱ-মৰ্য্যদা আদি বিষয়ে কৈ গ'ল । বিদায় মুহূৰ্ত্তত, সকলো বাধা নেওচি, বাচিস্তভে কদিনৰ ডিঙিত সাৱটি ধৰিলে আৰু উচুপি উচুপি কান্দিলে । নিজৰাৰ পানীৰ দৰে কদিনৰো গালে-মুখে চকুপানীবোৰ বৈ পৰিল । কিন্তু বাচিস্তভৰ পৰা আঁতৰি যাব লগীয়া হোৱা বাবে তেওঁৰ দুখ লগা নাই ; এয়া তেওঁৰ গৌৰৱৰ চকুপানী ।

* * * *

নাটালিয়াই কোঠাৰ ভিতৰত সোমাই কদিনৰ চিঠিখন পঢ়িবলৈ ললে ।

কদিনে লিখিছে—মৰমৰ নাটালিয়া ! মই ইয়াৰ পৰা গুচি যোৱা টোকে ঠিক কৰিলোঁ । ইয়াৰ বিকল্প একো নাই । মোক ওলাই যাবলৈ কোৱাৰ আগতে নিজেই যোৱাটোৱে ঠিক কৰিলোঁ । মই গুচি গলে সকলো ঠিক হৈ যাব । কোনোৱে মোক হেৰোৱা বুলি নাভাবিব । ভাবিবই বা কিয় ? এইটো একেবাৰে সঁচা . তথাপি কিয় মই তোমালৈ লিখিবলৈ লৈছোঁ ।

মই তোমাৰ পৰা আঁতৰি আহিছোঁ, সম্ভৱতঃ চিৰদিনৰ বাবে । মই যি কৰিছোঁ তাতকৈ বেছি বেয়া কৰা বুলি ভাবিলে তোমাৰ তিক্ততা বাঢ়িব । সেয়েহে মই তোমালৈ লিখিবলৈ লৈছোঁ । মই নিজেও দোষমুক্ত হব নিবিচাৰোঁ আৰু আন কাকো দোষ দিবলৈও নিবিচাৰোঁ । সাধ্যানুসাৰে মই মোৰ শিষ্টাচাৰ সম্পৰ্কে তোমাক বুজাব খুজিছোঁ । যোৱা কেইদিনমানৰ ভিতৰত ঘটা ঘটনাবোৰ কিমান অপ্ৰত্যাশিত, কিমান আকস্মিক .... .... .... .... ....

আমাৰ আজিৰ সাক্ষাৎ মোৰ কাৰণে এটা স্মৰণীয় শিক্ষা হৈ

থাকিব। হয়, তুমি ঠিকেই কৈছিলা : মই তোমাক বুজিব পৰা বুলি ভাবিছিলোঁ, কিন্তু বুজা নাছিলোঁ। মোৰ জীৱনত মই সকলো ধৰণৰ মানুহৰ লগতে হলি-গলি কৰিলোঁ ; বহুতো মহিলা আৰু ছোৱালীৰ লগত বন্ধুত্ব পাতিলোঁ। কিন্তু তুমি হ'লা, মোৰ মনত, অতিশয় সাধু আৰু পবিত্ৰ আত্মাৰ। ইয়ে মোক আচৰিত কৰি তুলিছিল ; কিন্তু মই তোমাক তোমাৰ প্ৰাপ্যখিনিও দিয়াত ব্যৰ্থ হ'লোঁ। প্ৰথম দৰ্শনৰ পৰাই মই তোমাৰ প্ৰতি আকৰ্ষিত হৈছিলোঁ ; তুমিও হয়তো বুজিছিলা। ঘণ্টাৰ পিছত ঘণ্টা জুৰি মই তোমাৰ লগত কটাই দিছিলোঁ — তথাপি মই তোমাক বুজিব নোৱাৰিলোঁ। তোমাক বুজিবলৈ চেষ্টা কৰা বুলিও মই সততাৰে কব নোৱাৰোঁ।.... .... .... .... তথাপি তোমাৰ প্ৰেমত পৰা বুলি মই অনুভৱ কৰিছিলোঁ। এই পাপৰ বাবে এতিয়া মই শাস্তি ভুগিছোঁ।

আগতেও এসময়ত মই এগৰাকী মহিলাক ভাল পাইছিলোঁ ; তেৱোঁ মোক ভাল পাইছিল। তেওঁৰ প্ৰতি মোৰ ধাৰণা আছিল জটিল ; আৰু মোৰ প্ৰতি তেওঁৰো অনুৰূপ ধাৰণাই আছিল। তেওঁ সৰল প্ৰকৃতিৰ নোহোৱাত এনে হোৱাটোৱে স্বাভাৱিক। তেতিয়া মোৰ সত্যৰ উপলব্ধি হোৱা নাছিল। আনকি সত্যৰ মুখা-মুখি হৈয়ো মই তাক ঠিক বুজিব পৰা নাছিলোঁ .... .... .... .... এতিয়া বুজিছোঁ। .... .... .... ... কিন্তু বহুত পলম হৈ গ'ল। অতীতলৈ ঘূৰি যোৱাৰ আৰু কোনো অৱকাশ নাই। আমাৰ জীৱন হয়তো যুগ্ম জীৱনত পৰিণত হ'লহেতেন ; কিন্তু এতিয়া আৰু সেইটো অসম্ভৱ। মই কেনেকৈ প্ৰমাণ কৰিম যে মই তোমাক প্ৰকৃততে ভাল পাইছিলোঁ, তোমাক ভালপোৱাতো কাল্পনিক নাছিল, ই আছিল মোৰ অন্তৰৰ প্ৰেম। আজি মই নিজেই কব নোৱাৰোঁ যে মই জেনেকুৱা প্ৰেমৰ সমৰ্থ হয়নে নহয়।

মোৰ এটা স্বভাৱ সুলভ বৈশিষ্ট্য আছে— ইমানখিনি মই বুজোঁ। বিশেষকৈ এক তিক্ত আৰু অপমানজনক পৰিবেশত তোমাৰ লগত মই ভুৱা নম্ৰতাৰে ভণ্ডামি কৰাৰ চেষ্টা কৰা নাই ... .... ...

মোৰ যোগ্যতা আছে, কিন্তু মোৰ আন্তৰিক নৈপুণ্যৰ ৰবীয়া একো নকৰাকৈয়ে, উল্লেখযোগ্য একো চিন এৰি নোযোৱাকৈয়ে, মই এই পৃথিৱীৰ পৰা বিদায় লম। মোৰ সকলো বুদ্ধি-বৃত্তি অথলে যাব ; মই সিচা শস্যৰ ফল নিজে ভোগ কৰিবলৈ নাপাম। মোৰ কিছুবাৰ অভাৱ আছে .... .... .... .... মই সঠিককৈ কব নোৱাৰোঁ। সেয়া কিছুৰ অভাৱ .... .... .... সম্ভৱতঃ মোৰ অভাৱ এনে এটা গুণৰ যিটোৰ অবিহনে মানুহৰ জীৱনত সঁহাৰি যোগোৱা সম্ভৱ নহয়, অথবা এজনী মহিলাৰ অন্তৰ জয় কৰিব নোৱাৰি। অকল মনৰ ওপৰত আধিপত্যই যথেষ্ট নহয় ; ই অনিশ্চিত আৰু বৰ বেছি কামতো নাহে। আচৰিত আৰু নিতান্ত পৰিহাসপূৰ্ণ মোৰ ভাগ্য। তৎকালেই আৰু সামগ্ৰিক ভাবে সকলোবোৰ ত্যাগ কৰিবলৈ সৰ্ব্বান্তঃকৰণে চেষ্টা কৰিছোঁ ; কিন্তু সেইটো কৰিবলৈ এতিয়াও মই সমৰ্থ হোৱা নাই। মই নিজেই বিশ্বাস নকৰা কিছুমান অসংগত কাৰণত নিজকে উচৰ্গা কৰি জীৱনটো শেষ কৰি দিম .... .... .... .... যে প্ৰভু ! এই পয়ত্ৰিশ বছৰ বয়সত কিবা এটা কৰাৰ বাবে আকৌ প্ৰস্তুতি !

আগতে কেতিয়াও কাকো মই এনেকৈ কোৱা নাই— এয়া মোৰ স্বীকাৰোক্তি।

মোৰ বিষয়ে যথেষ্টই কোৱা হ'ল। এতিয়া তোমাৰ বিষয় কব বিছাৰিছোঁ ; তোমাক অলপ উপদেশ দিব বিচাৰিছোঁ। উপদেশ দিয়াৰ বাহিৰে আন যোগ্যতা মোৰ নাই .... .... .... .... ....তোমাৰ বয়স কম ; কিন্তু বয়স যিমানেই নহওঁক কথা নাই, সদায় বিবেকবুদ্ধাৰা পৰিচালিত হবা, নিজৰ বা আনৰ মনৰ দ্বাৰা প্ৰৰোচিত নহবা। বিশ্বাস কৰা জীৱনৰ পৰিধি যিমানেই ঠেক আৰু সৰল-সহজ হয় সিমানেই ভাল। জীৱনৰ নতুন দিশ অন্বেষণৰ আৱশ্যক নাই, বৰং সময়ৰ লগত খাপখোৱা ধৰণে সহজে তাক নিজৰ বাটত আগবাঢ়িবলৈ দিয়া উচিত। "যিজনক যৌৱনেও অভিজ্ঞতা দিব নোৱাৰে তেওঁৰে মঙ্গল .... .... ...." চোৱা ! মোৰ উপদেশবোৰ তোমাতকৈ মোৰ ওপৰতহে বেছি প্ৰযোজ্য।

সঁচা কথা কবলৈ হ'লে, মই এটা অতি দুৰ্ভাগ্যজনক অৱস্থাত পৰিছো, নাটালিয়া ! তোমাৰ মাৰাক যি চিন্তা-ধাৰাৰ দ্বাৰা অনুপ্ৰানিত কৰিছিলোঁ তাৰ পৰা মই কেতিয়াও বিচলিত হোৱা নাই । মই ভাবোঃ অন্ততঃ মই এখন অস্থায়ী স্বৰ্গ ৰচনা কৰিছিলো ···· ···· কিন্তু মই পুনৰ এতিয়া অঘৰী হব লগীয়া হ'ল । তোমাৰ কথা-বতৰা, দৰ্শন, বুদ্ধিদীপ্ত ব্যগ্ৰ চাৱনিবোৰ মোৰ বাবে চিৰস্মৰণীয় হৈ থাকিব । ময়ে সুখী, কিন্তু তুমি স্বীকাৰ কৰিব লাগিব যে ভাগ্যই আমাক উপহাস কৰিছে ···· ···· ···· মাথোঁ এসপ্তাহ আগতে মোৰ কোনো সন্দেহ নাছিল যে মই তোমাৰ প্ৰণয় প্ৰাৰ্থী । পৰহি সন্ধিয়া বাগিচাত তুমি কোৱা কথাবোৰ মনত পেলাই ভিয়াৰ দৰকাৰে বা কি ···· ···· আক আজি ···· ···· ···· মই গুচি আহিলোঁ । তোমাৰ লগত হোৱা নিষ্ঠুৰভাবে দুখদায়ক কথা বতৰাৰ পাছত লাঞ্ছিত অপমানিত হৈ গুচি আহিলোঁ, ভৱিষ্যতৰ সকলো আশা নিঃশেষ হৈ গ'ল ···· ···· তোমাৰ ওচৰত মই কিমান অপৰাধেই বা কৰিছোঁ তুমি হয়তো এতিয়াও জনা নাই ···· ···· মাজে সময়ে মই মূৰ্খৰ দৰে বেছি কথা কৈছিলো ···· ···· কিন্তু সেইবোৰ উত্থাপনে বা কৰিছোঁ কিয় ? মই চিৰদিনৰ বাবে গুচি যাম ।

( এই খিনিতে রুদিনে অলিণ্টচেভৰ লগত তেওঁৰ সাক্ষাতৰ কথা বৰ্ণনা কৰিছিল; কিন্তু পুনৰ চিন্তা কৰি গোটেই দ্ৰুফাটো কাটি পেলাই অলিণ্টচেভলৈ লিখা চিঠিখনৰ দ্বিতীয় ড্ৰাফটো আগৰ খিনিৰ লগত যোগ কৰি দিলে । )

আজি বাতিপুৱা নিৰ্মম উপহাস কৰি তুমি মোক কোৱাৰ দৰে মোৰ বাবে যথোপযোগী কামতে ব্ৰতী হৈ এই পৰিশ্ৰীত আজি মই অকলশৰে আছোঁ । হায় ! যদি মই এসপ্তাহ নেওঁচি তেনেকুৱা কামতে ব্ৰতী হৈ থাকিব পাৰিলোহেঁতেন ···· ···· কিন্তু নহয়, মই সদায় থকাৰ দৰে এতিয়াও উদাসীন হৈয়ে থাকিম + ···· ··· তোমাৰ লগত ঘটা ঘটনাই মোৰ কাৰণে বৰ বেছি হ'ল । এই প্ৰথম বাধা অতিক্ৰম কৰাত মই শোচনীয় ভাবে ব্যৰ্থ হ'লো । যদিহে মই মোৰ

ভৱিষ্যত কামৰ, মোৰ ব্যৱসায়ৰ খাটিৰত প্ৰেম বিসৰ্জন দিলোহেঁতেন ! নহয়, মই মাথোঁ মোৰ কান্ধৰ ওপৰত পৰা দায়িত্ব সম্পৰ্কে ভীত হৈ পৰিছোঁ। আৰু সেয়েহে তোমাৰ বাবে মই অযোগ্য। মোৰ এনে কোনো গুণ নাই যিয়ে তোমাক তোমাৰ নিজৰ সিদ্ধান্তৰ পৰা আঁতৰাই মোৰ কাৰণে আকৰ্ষণ কৰিব পাৰে ... .... সম্ভৱতঃ এই সকলোবোৰ ভালৰ বাবেই। সম্ভৱতঃ এই পৰীক্ষাৰ পৰাই মই এজন অধিক নিৰ্মল আৰু অধিক শক্তিশালী মানুহ হৈ ওলাই আহিব পাৰিম।

তোমাৰ পূৰ্ণ সুখ কামনা কৰিলোঁ। বিদায় ! মাজে মাজে মোৰ কথা মনত কৰিবা। আশাকৰো মোৰ বিষয় তুমি আকৌ জানিবা।

কদিন

নাটালিয়াই কদিনৰ চিঠিখন কোচত লৈ তাৰ ওপৰত হাতখন থলে, আৰু মজিয়াৰ ওপৰত চকু ৰাখি বহু সময় অলৰ অচৰ হৈ বহি থাকিল। সৌ ৰাতিপুৱা কদিনৰ পৰা আঁতৰি অহাৰ সময়ত তেওঁ আবেগিক মুহূৰ্ত্তত কোৱা কথাবাৰ ( যে কদিনে তেওঁক সঁচাকৈয়ে ভাল নাপায় ) কিমান সঁচা আছিল তাক আজি এই চিঠিয়ে তৰ্কাতীত আৰু সুস্পষ্টভাবে প্ৰমান কৰিলে। কিন্তু এয়া মাথোঁ ক্ষীণ সান্তনা। তেওঁ নিশ্চল হৈ বহি থাকিল, অনুমান কৰিলে যেনিবা এটা অন্ধকাৰাচ্ছন্ন ঢৌৱে নীৰবে আহি তেওঁক গ্ৰাস কৰি পেলালে, তেওঁ অচেতন হৈ বাগৰি পৰিল।

যিয়ে আত্ম-প্ৰবঞ্চনাত কোনোৰকম সান্তনা নাপায় আৰু অত্যুক্তি আৰু চঞ্চলতা যাৰ অপৰিচিত তেনে এটি সৎ আত্মাৰ কাৰণে ভ্ৰম-ভঙ্গৰ প্ৰথম অৱস্থাতো বৰ কষ্টদায়ক, প্ৰায় অসহনীয়।

শিশুকালৰ কথা তেওঁ স্মৰণ কৰিলে। তেতিয়াও তেওঁ গধূলি হোৱাৰ সময়ত বাটৰ অস্তসূৰ্য্যৰ পোহৰ নপৰা কালটোৰে নগৈ পোহৰ পৰা কালটোৰেহে খোজ কাঢ়িছিল। আজি জীৱনটোৱে তেওঁৰ বাবে অন্ধকাৰ অন্ধকাৰ যেন লাগিছে; পোহৰবোৰ যেন তেওঁৰ পাছফালেহে।

নাটালিয়াই চকুপানী টুকিলে। চকুপানীয়ে সদায় কষ্ট লাঘৱ নকৰে। চকুলোবোৰ যেতিয়া বহুসময় কন্ধ হৈ থকাৰ পাছত, প্ৰথমে

চেষ্টাৰ ফলত আৰু শেষত আপোনা আপুনি অনৰ্গল বৰবৈ ধৰে তেতিয়াহে সান্ত্বনা আৰু আৰোগ্য দায়ক হয় আৰু উৎকট মনৰ যান্ত্ৰনাৰো উপশম ঘটে। এবিধ শীতল চকুপানীও আছে, যি অনিচ্ছাকৃত ভাৱে শোকৰ বোজাত গধুৰ আৰু নিশ্চল হৈ পৰা অন্তৰৰ পৰা লাহে লাহে টোপ-টোপকৈ পৰিবলৈ ধৰে।, কিন্তু ইয়াৰ পৰা কোনো ৰকমৰ সান্ত্বনা বা উপশম পোৱা নাযায়। অতীব প্ৰয়োজনতহে তেনে চকুপানী ওলায়; আৰু যিজনে তেনে চকুপানী টোকা নাই তেওঁ প্ৰকৃততে অশান্তও নহয়। সিদিনাই নাটলিয়াৰ এই সকলোবোৰ উপলব্ধি হ'ল।

দুঘণ্টা সময় পাৰ হৈ গ'ল। প্ৰকৃতিস্থ হৈ নাটালিয়া উঠি বহিল, চকুযুৰি মচি ললে, এডাল মমবাতি জ্বলাই তাৰ জুইত কদিনৰ চিঠিখন পুৰি পেলাই ছাইবোৰ খিৰিকীৰে পেলাই দিলে। দিশহাৰা হৈ তাৰ পাছত তেওঁ পুস্কিনৰ গ্ৰন্থখন মেলি ললে। গ্ৰন্থখনৰ আৰম্ভনীৰ শাৰী কেইটাই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিলে। তেওঁ শাৰী কেইটা পঢ়িলে। (ভবিষ্যতৰ কথা জানিব বিচাৰিলে এইদৰে মাজে সময়ে তেওঁ পুস্কিনৰ লিখনি পঢ়ে।) তেওঁ পঢ়া কথা খিনি হ'লঃ

"প্ৰেমিকজনৰ সদায় আহে ওচৰলৈ
বিগত দিনবোৰৰ ভূত-প্ৰেতবোৰঃ
একোতে নাই আনন্দ তেওঁৰ কাৰণে
তেওঁৰ স্মৃতিবোৰ সৰ্পৰ খোট,
মনস্তাপে তিল-তিলকৈ ধ্বংস কৰে তেওঁৰ অন্তৰ ..... ..... ....."

অলেক সময় তেওঁ থিয় হৈয়ে থাকিল। তাৰপাছত এটা শীতল হাঁহিৰে দাপোনত নিজৰ অৱয়বটো এবাৰ চাই ললে, আৰু তল-মুৰকৈ ওলাই গ'ল ড্ৰইং ৰুমলৈ বুলি।

মেডাম লাচুনস্কায়াই পোনে পোনে নাটালিয়াক দেখা পালে। তেওঁক পঢ়া কোঠালীলৈ লৈ গ'ল আৰু কাষতে বহিবলৈ দি মৃদুভাবে জীয়েকৰ গালত থপৰিয়াই দিলে। লগতে ছোৱালীজনীৰ চকুযুৰিলৈ খুব মনোযোগেৰে আৰু প্ৰায় আচৰিতভাবে তেওঁ একে-

থৰে চাই থাকিল। মেডাম লাচুনস্কায়া ভিতৰি ভিতৰি হতবুদ্ধি হৈ পৰিল আৰু হঠাতে তেওঁৰ ভাব হ'ল যে সঁচাকৈ তেওঁ জীয়েকক বুজিব পৰা নাই। যেতিয়া পেগুলেভস্কিৰ পৰা রুদিনৰ লগত নাটালিয়াৰ সাক্ষাতৰ কথা জানিব পাৰিছিল তেতিয়াও তেওঁ সিমান আঘাত পোৱা নাছিল ; কেৱল আচৰিতহে হৈছিল যে জ্ঞানী নাটালিয়াইও এনে কাম কৰিব পাৰে ! যেতিয়া তেওঁ নাটালিয়াক মতাই আনি ইউৰোপীয় শিক্ষাত শিক্ষিতা ভদ্ৰমহিলা এগৰাকীৰ ক্ষেত্ৰত সমূলি খাপ নোখোৱা ধৰণে, কেৱল অভদ্ৰ-মহিলা সুলভ চিঞৰ-বাখৰ কৰি তিৰস্কাৰ কৰিছিল, তেতিয়াও নাটালিয়াৰ স্পষ্ট উত্তৰ, চকুৰ চাৱনি আৰু অঙ্গী-ভঙ্গীৰ দৃঢ়তাই তেওঁক মনৰ নানা খেলিমেলিৰ মাজলৈ ঠেলি দিছিল। আনকি তেওঁ ভয়ো পাইছিল।

ৰুদিনৰ আকস্মিক আৰু বাককৈয়ে বৰ্ণনাতীত প্ৰস্থানে তেওঁক অন্তৰৰ গভীৰ বোজাৰ পৰা ৰেহাই দিলে। তেওঁ সন্দেহ কৰিছিল কান্দোন নাইবা মূৰ্চ্ছা ৰোগৰ .... ... .... কিন্তু নাটালিয়াৰ বাহ্যিক স্থৈৰ্য্যই তেওঁক পুনৰ বিচলিত কৰি তুলিলে।

"বাৰু, তুমি কেনে আছা ?"—মেডামে সুধিলে। নাটালিয়াই মাকলৈ চালে।

"তেওঁ গুচি গ'ল—তোমাৰ প্ৰেমিক। কিয় তেওঁ ইমান ততা-তৈয়াকৈ গুচি গ'ল তুমি জনানে নাজানা ?"

"মা'।" নাটালিয়াই ক্ষীণ মাতেৰে কলে। "মই আপোনাক কথা দিছোঁৱে নহয় যে-যদি আপুনি তেওঁৰ বিষয়ে আৰু কেতিয়াও নকয়, মোৰ পৰা আপুনি তেওঁৰ বিষয় এটা শব্দও নুশুনিব।"

"তেনেহলে মোৰ ওচৰত দোষ স্বীকাৰ কৰিলা ?"

নাটালিয়াই মূৰ হলাই পুনৰ কলে, "তেওঁৰ বিষয়ে এটা শব্দও আপুনি মোৰ পৰা কেতিয়াও নুশুনিব।"

এটি মিচিকিয়া হাঁহিৰে মাকে কলে "তোমাৰ কথাকে বিশ্বাস কৰিলোঁ। তোমাৰ ওপৰত মোৰ বিশ্বাস আছে। কিন্তু পৰহি তুমি

কেনে অৱস্থাত আঁহিলা মনত আছেনে ? —ঠিক আছে আন কোনো কথা নাই। ই সমাধিস্থ হ'ল, সমাপ্ত হ'ল, সম্পূর্ণৰূপে শেষ হৈ গ'ল, নহয় জানো ? এতিয়া তুমি ঠিক আগৰ ছোৱালীজনীয়ে হৈছা ; কিন্তু তুমি মোক একেবাৰে বাদ দিছা। আহা, মোৰ বুদ্ধিমতী ছোৱালীজনী, মোক এটি চুমা দিয়া।"

নাটালিয়াই মাকৰ হাতখন তেওঁৰ ওঁঠলৈ তুলি ধৰিলে আৰু মেডাম লাচুনস্কায়াই মূৰ নমাই তেওঁক চুমা খালে।

'সদায় মোৰ উপদেশ মানি চলিবা ; পাহৰি নাযাবা যে তুমি লাচুনস্কায়া, মোৰ কন্যা।' আৰু যোগ দি তেওঁ কলে, 'তুমি সুখী হবা। তুমি এতিয়া যাব পাৰা।'

নীৰৱে নাটালিয়া ওলাই গ'ল। বয়সস্থা মহিলা গৰাকীয়ে চকুৰে তেওঁক অনুসৰণ কৰিলে আৰু ভাবিলে, 'তাইও মোৰ দৰে— তাইকো সহজে মুগ্ধ কৰিব পাৰি।' মেডাম লাচুনস্কায়াই নিজেও সুদূৰ অতীতৰ স্মৃতিত নিজকে হেৰাই পেলালে।

তাৰপাছত তেওঁ মেডামেচেল বনকাৰ্টক মাতি আনিলে আৰু তেওঁৰ লগত বহু সময় ধৰি সৰু কোঠা এটাত সোমাই থাকিল। তেওঁক যাবলৈ দি লাচুনস্কায়াই পেণ্ডেলেভস্কিক মাতি পঠিয়ালে। তেওঁ ৰুদিনৰ প্ৰস্থানৰ আচল কাৰণটো উদ্ধাৰ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। পেণ্ডেলেভস্কিয়ে তেওঁৰ মনটো সম্পূৰ্ণৰূপে স্বচ্ছন্দে ৰাখে। সেইটো এনে এটা কাম যিটো সম্পন্ন কৰাত পেণ্ডেলেভস্কি কেতিয়াও ব্যৰ্থ নহয়।

* * * *

পিছদিনা ভলিণ্টচেভ আৰু তেওঁৰ ভনীয়েক দুপৰীয়াৰ আহাৰৰ নিমন্ত্ৰণ ৰক্ষাৰ্থে আহিল। মেডাম লাচুনস্কায়াক সকলো সময়তে তেওঁলোকৰ প্ৰতি বেছি নম্ৰ, আগৰ যিকোনো সময়তকৈ বেছি দয়াশীলা দেখা গ'ল। নাটালিয়াই নিজকে অসহনীয়ভাৱে দুৰ্ভগীয়া যেন অনুভৱ কৰিলে ; কিন্তু ভলিণ্টচেভে ইমান বিনয়ী, ইমান

ভয় আৰু ইমান ভয়ে ভয়ে তেওঁৰ লগত কথা হ'ল যে তেওঁ মনে মনে কৃতজ্ঞতা অনুভৱ নকৰাকৈ নোৱাৰিলে।

দিনটো শান্ত বৰং নীৰৱতাৰেই অতিবাহিত হ'ল। কিন্তু খোৱা লোৱাৰ শেষত তেওঁলোক সকলোৱে অনুভৱ কৰিলে যে তেওঁলোক আকৌ পুৰণি চিনাকি পদ্ধতিটোলৈ উভতি আহিল; আৰু সিয়ে বহুতো কথাৰ অৱতাৰণা কৰিলে।

তেওঁলোক আটায়ে আগৰ দৰে আত্মীয়তাত নিমজ্জিত হ'ল। কিন্তু নাটালিয়া তাৰ ব্যতিক্ৰম। অত্যন্ত অসুখী আৰু ক্লান্ত হৈ অৱশেষত তেওঁ দেহাটো কোনোমতে বিছনাখনলৈ টানি নিলে আৰু গাৰুৰ ওপৰত মুখখন গুজি ধৰি বাগৰি পৰিল। জীৱনটো যে তেওঁৰ কিমান তিক্ত, কিমান ঘৃণ্য, কিমান নীচ যেন অনুভৱ হ'ল। তেওঁৰ প্ৰেম, তেওঁৰ দুখ, তেওঁৰ সমগ্ৰ সত্তাটোৱেই ইমান লজ্জিত হোৱা অনুভৱ কৰিলে যে এই মুহূৰ্তত সম্ভৱতঃ তেওঁ মৃত্যুকে কামনা কৰিলেহেঁতেন .... .... .... বহুতো দুখৰ দিন, বহুতো নিদ্ৰাহীন ৰাতি আৰু নিপিড়ীত আত্মাৰ নিষ্ঠুৰ যন্ত্ৰণা যেন তেওঁৰ বাবেই বৈ আছে। কিন্তু তেওঁ তৰুণী, জীৱন আৰম্ভ হৈছে মাথোঁ, আৰু যিকোনো সময়তে জীৱনে তাক নিজৰ পথত ভৰি দিব। কাৰোবাৰ দুৰ্ভাগ্যৰ বোজা যিমানেই গধুৰ নহওঁক, তেওঁ খাবই লাগিব, সিদ্দিনাই অথবা পলমকৈ হলেও পিছদিনা খাব লাগিব; অশিষ্ট আচৰণ ক্ষমা কৰিব লাগিব; আৰু তাতেই সৰ্ব্বপ্ৰথম সান্ত্বনা পাব।

নাটালিয়াই দুৰ্যোৰ কষ্ট পালে, তেওঁ পোন প্ৰথমবাৰৰ বাবে কষ্ট পালে··· ··· কিন্তু প্ৰথম প্ৰেমৰ দৰে প্ৰথম দুৰ্য্যোগো বাৰে বাৰে নাহে—তাৰ বাবে ঈশ্বৰক ধন্যবাদ।

# দ্বাদশ অধ্যায়

প্ৰায় দু বছৰ হৈ গ'ল । মে মাহ পৰিছেহি । মেডাম লেজনেভা ( এতিয়া আৰু মেডাম লিপিনা হৈ থকা নাই ।) নিজৰ ঘৰৰ বাৰান্দাত বহি আছে । তেওঁৰ বিয়া হৈ যোৱাৰ এবছৰৰ ওপৰ হ'ল । তেওঁ ঠিক আগৰ দৰে ধুনীয়া জনীয়ে হৈ আছে যদিও সম্প্ৰতি তেওঁ এটি সন্তানৰ মাতৃ । বাৰান্দাৰ সন্মুখৰ বাগি-চাৰলৈ পৰি থকা চিৰিটোত এগৰাকী ধায়ে গাত বগা ইলো চোলা আৰু মূৰত বগা পাখী লগোৱা টুপী পিন্ধা এটি গুলপীয়া গালৰ শিশুক কোলাত লৈ ফুৰি আছে। মাকে শিশুটিলৈ আকুলভাবে চাই আছে। শিশুটিয়ে কন্দা কটা কৰা নাই ; কেৱল বুঢ়া আঙুলিটো নীৰৱে চুহি আছে আৰু মাকে সময়ে তাৰ চাৰিওফালে শান্তভাবে ৰ' লাগি চাই আছে। পিতৃ মিখাইল মিখাইলোভিচ লেজনেভৰ যোগ্য পুত্ৰ হোৱাৰ দৃঢ় লক্ষণ তাৰ গাত ফুটি উঠিছে ।

আমাৰ পুৰণি চিনাকি পিগাচভ মেডাম লেজনেভাৰ ওচৰতে বহি আছে। আগতে দেখাতকৈ তেওঁ এতিয়া লক্ষণীয়ভাবে বুঢ়া হৈছে । তেওঁ বেছিকৈ হালি গৈছে, ক্ষীণাইছে আৰু কথা কওঁতে হিচ্ হিচ্ শব্দ হয় । তেওঁৰ আগফালৰ দাঁত এটাও সৰিছে আৰু কথা বতৰাত হিচ্ হিচ্ শব্দটো আগতকৈও বেছি আমতু লগা হৈছে । কালেও, তেওঁৰ মাতৰ কৰ্কশতা গুচাব নোৱাৰিলে । কিন্তু তেওঁৰ আগৰ সেই পাক লগোৱা কথা আৰু নাই, হলেও একেটা কথাকে বাৰে বাৰে কয় ।

লেজনেভ ঘৰত নাই । চাহ খোৱাৰ সময়ত তেওঁ আহি পোৱাৰ কথা । দিগন্তত পাতল সোণালী আৰু ঈষৎ হালধীয়া ৰেখাবোৰ টানি সূৰ্য্যটো ইতিমধ্যে অস্ত গ'ল । সূৰ্য্যৰ বিপৰীত দিশত দিগন্তৰ নিম্নভাগত পাতল নীলা আৰু ওপৰ ভাগত ঘন বেগুনীয়া বৰণৰ

ছুতাল ৰেখা। আকাশৰ বহু ওপৰত সৰু সৰু পাতল মেঘৰ টুকুৰা-বোৰ লাহে লাহে নাইকিয়া হৈ পৰিছে। এই সকলোৱে কিছু সময়ৰ বাবে বতৰ ফৰকাল হোৱাৰে নিদৰ্শন দিয়ে।

হঠাতে পিগাচভে হাঁহিবলৈ ধৰিলে।

'কি হ'ল!' মেডাম লেজনেভাই সুধিলে।

'অ' একো হোৱা নাই .... .... .... কালি এজন কৃষকে ৰৈনীয়েকক বৰ বেছি কথা কোৱা বাবে তিৰস্কাৰ কৰা শুনিছিলোঁ। তেওঁ কৈছিল 'শ্ৰুতিকটু কথাবোৰ বন্ধ কৰ।' সেইটো মোৰ ভাল লাগিল। সঁচাকৈয়ে এজনী তিৰোতাই বাৰু কি কথা কব পাৰে? আপুনি জানে যে এই সম্প্ৰদায়টো সদায় মোৰ বৰ্জনীয়। আমাৰ পূৰ্ব্ব-পুৰুষ সকল আমাতকৈ বেছি বুধিয়ক আছিল। তেওঁলোকৰ পৰীৰ গল্প-বোৰত ৰূপৱতী যুৱতী এজনীয়ে কপালত এটা তৰাৰ চিহ্নেৰে সৈতে খিৰিকী মুখত সদায় বহি থাকে; কিন্তু তাই কেতিয়াও এটা কথাও নকয়। এনেকুৱাই হৰ লাগে। এতিয়া আপুনি নিজেই বিচাৰ কৰক — সিদিনাখন আমাৰ প্ৰদেশৰ আভিজাত্যৰ প্ৰধান সেনাপতিৰ ঘৈনীয়েকে মোক কৈছিল যে তেওঁ মোৰ প্ৰবৃত্তিটো ভাল নেপায়। এয়া আছিল চকুৰ আগতে পিস্তলেৰে গুলী কৰাৰ নিচিনা। যদিহে প্ৰকৃতিৰ কোনো হিতকৰ বিচাৰৰ দ্বাৰা হঠাতে তেওঁক এনে ভাষা প্ৰয়োগৰ পৰা বিৰত ৰাখিলেহেঁতেন, তেনেহলে এইটো তেওঁৰ বা যি কোনো এজনৰ বাবে বেছি ভাল ন'হলহেঁতেন নে?'

"আফ্ৰিকান চেম্পিওনভিচ! আপুনি এতিয়াও সেই আগৰ মানুহজনে হৈ আছে; এতিয়াও অবলা নাৰীৰ ওপৰত আপোনাৰ আক্ৰমণৰ কোনো ব্যতিক্ৰম হোৱা নাই। জানেনে, ই আপোনাৰ দুৰ্ভাগ্য মাথোঁন। আপোনাৰ এনে অৱস্থাৰ কাৰণে মই দুঃখিত।'

'দুৰ্ভাগ্য? আপুনি কি কব খুজিছে? কবলৈ গলে এই পৃথিবীত দুৰ্ভাগ্য আছে মাথোঁ তিনি ধৰণৰ: শীত কালত শীতল কোঠালীত বাস কৰা, গ্ৰীষ্মকালত আঁটখাই ধৰা বুট জোতা পিন্ধা আৰু একেটা কোঠাতে কীট পোকৰ দৰে চিৎকাৰ কৰি থকা কেচুৱাৰ লগত

বাত্তিটো কটোৱা ; য'ত আপুনি কীট-নাশক দ্ৰব্যো প্ৰয়োগ কৰিব নোৱাৰে। দ্বিতীয়তে, অনুগ্ৰহ কৰি জানি থওঁক যে মই এতিয়া সবাতোকৈ ভদ্ৰ আৰু নম্ৰ, এটা পৰম আদৰ্শ। এনেবোৰে বৰ্ত্তমান মোৰ নৈতিক আচৰণ।

'বৰ সুন্দৰ নৈতিক আচৰণ! তেন্তে কিয় কালি এলেনা এণ্টোনোভনাই আপোনাৰ বিৰুদ্ধে মোৰ ওচৰত অভিযোগ দিলে?'

'সেয়েনে? মই সুধিব পাৰোনে — মোৰ বিষয়ে তেওঁ আপোনাক আৰু কি কলে?'

'তেওঁ মোক কলে যে বাত্তিপুৱা আপুনি হেনো তেওঁৰ সকলোবোৰ প্ৰশ্নৰ উত্তৰ কি কি বুলিয়ে দিছিল আৰু তাকো চিৎকাৰ কৰি।'

পিগাচভে হাঁহিলে। 'তথাপি স্বীকাৰ কৰক যে সিও এটা সুন্দৰ ধাৰণা।'

'অতি আঁচৰিত ধাৰণা! মহিলা এগৰাকীৰ প্ৰতি ইমান কঠোৰ হোৱাতো জানো উচিত?'

'কি! এলেনা এণ্টোনোভনাক আপুনি এগৰাকী মহিলা বুলি ভাবে নেকি?'

'তেনেহলে তেওঁ কি?'

'এটা ঢোল, অৱশ্যে এডাল মাৰিৰে বজাব পৰা এটা সাধাৰণ ঢোল —।'

বিষয়টো পৰিবৰ্ত্তন কৰাৰ উদ্দেশ্যে পিগাচভৰ কথাৰ ওপৰতে মাত দি মেডাম লেজনেভাই কলে, 'অ,' হয়! আপোনাক অভিনন্দন জনাবলগীয়া হৈছে। মই সকলো শুনিছোঁ।'

'কিহৰ বিষয়ে?'

'মোকৰ্দ্দমাত আপুনি জয়ী হৈছে নহয়। গ্লিনভ পথাৰখন এতিয়া আপোনাৰে হ'ল।'

'হয়, মোৰেই হ'ল।' পিগাচভে বিষণ্ণভাবে উত্তৰ দিলে।'

'বছৰ বছৰ ধৰি আপুনি তাতে লাগি আছিল, আৰু এতিয়াও

আপোনাক অসন্তুষ্ট যেন লাগিল ।'

লাহে লাহে পিগাচভে কলে, 'মই আপোনাক কব খোজোঁ। যে পাবলগা আনন্দ পলমকৈ পোৱাতকৈ আন একোৱে বেছি বেয়া আৰু বিৰক্তিকৰ হব নোৱাৰে। ই কমেই সন্তুষ্টি দিয়ে আৰু অশুভ ভাগ্যক অভিশাপ দিয়াৰ সুযোগ — মনোহৰ সুযোগৰ পৰা বঞ্চিত কৰে। সচাঁকৈয়ে মেডাম! পলমকৈ পোৱা আনন্দ তিক্ত আৰু বিৰক্তিকৰ।'

মেডাম লেজনেভাই কেৱল কান্ধ জোকাৰিলে। তেওঁ ধাইজনীক মাতিলে আৰু কলে, 'মিছাক শুৱাই থোৱাৰ সময় হ'ল ; তাক মোক দে।'

তেওঁ পুতেকৰ লগতে ব্যস্ত হৈ পৰিল। পিগাচভে মুখৰ ভিতৰতে ভোৰভোৰাই কিবা কৈ বাৰান্দাৰ আনটো মূৰলৈ ঠাই সলনি কৰিলে।

বাগিচাৰ ওচৰৰে যোৱা পথটোৰ অলপ দূৰত হঠাতে ড্ৰক্সি (ঘোঁৰা গাড়ী) এখনত লেজনেভক দেখা গ'ল। দুটা প্ৰকাণ্ড পোহনীয়া কুকুৰ ঘোঁৰাটোৰ আগে আগে দৌৰি আছে। সিহঁতৰ এটা হালধীয়া আৰু আনটো মুগা বৰণৰ। কুকুৰ দুটা অলপতে আহৰণ কৰা। সিহঁত দুয়ো সদায় যুজ কৰি থাকে আৰু দুয়ো বৰ বন্ধুও। এটা বুঢ়া, নোমাল বৰ্ণশংকৰ কুকুৰ তোৰণ পাৰ হৈ আহি ভুকিবলৈহে যেন মুখখন মেলিলে, কিন্তু ভুকাৰ পৰিবৰ্তে এটা হামি কাঢ়িলে আৰু বন্ধুত্ব সূচকভাবে নেজডাল জোকাৰি উভতি গ'ল।

'চোৱা আলেকজেন্দ্ৰা,' লেজনেভে দূৰৰ পৰা ঘৈণীয়েকক চিঞৰি কলে, 'তোমাৰ ওচৰলৈ মই কাক লৈ আহিছোঁ।'

মেডাম লেজনেভাই তেওঁৰ গিৰীয়েকৰ পাছফালে বহি অহা মানুহজনক তৎকালেই চিনি পোৱা নাই। ক্ষন্তেক পাছতে চিনি পাই লেজনেভাই আবেগভৰা কণ্ঠেৰে কৈ উঠিল — 'অ বাচিস্তভ ভাংৰীয়া!'

'তেৱেঁই।' লেজনেভে কলে। 'তেওঁ কি যে এটা আচৰিত খবৰ লৈ আহিছে। এতিয়াই তুমি শুনিবলৈ পাবা।' তেওঁৰ গাড়ী

আছি চোতালত ৰ'ল। কেইমুহূৰ্ত্তমান পাছতেই বাটিস্তভৰ লগত তেওঁ বাৰান্দা পালেহি। ভৈণীয়েকক সাবটি ধৰি আনন্দতে তেওঁ চিঞৰি কলে, 'চেৰগেইৰ বিয়া!'

'কাৰ লগত?'

'নাটালিয়াৰ লগত। বন্ধুৱে মস্কোৰ পৰা খবৰটো আনিছে। তোমালৈও এখন চিঠি দিছে।' বিছনাৰ পৰা পুতেকক তুলি লৈ তেওঁ আৰু যোগ দিলে। 'শুন মিছা! তোৰ মোমাইদেউৰ বিয়া। অ' তই চকুৰ পিৰিকানত বাহিৰে আন একোৱে নকৰ দেখোন। তই নিৰাশজনকভাবে উদাসীন।'

সাহস কাৰ ধাইজনীয়ে কলে, 'তাৰ টোপনিয়ে ভঙা নাই।'

মেডাম লেজনেভাৰ ওচৰলৈ উঠি গৈ বাটিস্তভে কলে, 'জমিদাৰীৰ হিচাব-নিকাচ চোৱাৰ বাবে মেডাম লাচুনস্কায়াৰ অনুৰোধত মই আজিয়ে মস্কোৰ পৰা আহিছোঁ। আপোনাৰ চিঠিখন লওঁক।'

মেডাম লেজনেভাই ব্যগ্ৰ হৈ ককায়েকৰ চিঠিখন খুলিলে। চিঠিখনত মাথোঁ অলপ কেইশাৰীমান কথাহে লিখা আছে। আনন্দৰ প্ৰথম প্ৰকাশতে তেওঁ ভনীয়েকলৈ লিখিলে যে তেওঁ নাটালিয়ালৈ প্ৰস্তাব আগবঢ়ালে আৰু মাক আৰু নাটালিয়া উভয়ৰে সন্মতিও লাভ কৰিলে। লগতে আটাইকেউজনলৈ মৰম স্নেহ জনাই পিছৰ ডাকতে সবিশেষ লিখি পঠিওৱাৰ প্ৰতিশ্ৰুতি দিলে। এইটো স্পষ্ট যে মনৰ খেলিমেলিৰ মাজতেই তেওঁ চিঠিখন লিখিছিল।

চাহৰ ব্যৱস্থা হ'ল। বাটিস্তভক নিৰ্দ্দিষ্ট আসনলৈ লৈ গৈ জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন সুধিব ধৰিলে। সকলোৱে আনকি পিগাচভো খবৰটো শুনি অতিশয় আনন্দিত হ'ল।

এনে সময়তে লেজনেভে সুধিলে। 'কোনোৱা এজন কৰ্চাগিন মহাশয়ৰ বিষয়ে এটা উৰা বাতৰি আমাৰ কাণত পৰিছে। মই এইটো মিছা বুলিয়ে ধৰি লৈছোঁ। তথাপি অনুগ্ৰহ কৰি কওঁকচোন — কথাটোনো কি?'

(কৰ্চাগিন এজন খুনীয়া যুৱক, অতি বিলাসী, অতিশয় উদ্ধত আৰু আড়ম্বৰ প্ৰিয়। আচৰণত সি নিজকে এনে প্ৰবল প্ৰতাপী দেখায় যে তাক মানুহ বুলিয়ে অনুমান কৰিব নোৱাৰি। বৰং তাক বাইজৰ ৰবগুনিৰে প্ৰতিষ্ঠা কৰা এটা শিলামূৰ্ত্তি যেনহে লাগে।)

'একেবাৰে তেনে নহয়।' বাচিন্তভে এটা মিচিকিয়া হাঁহিৰে উত্তৰ দিলে। 'মেডাম লাচুনস্কায়াই তাৰ অনুকূলেই সম্মতি দিছিল; কিন্তু মেডামমৈচেল নাটালিয়াই সি চকুৰ আগত দেখা দিয়াটোকে সহ্য কৰিব নোৱাৰে।'

উপলব্ধিৰ সুৰত পিগাচভে কলে, "কিয় পাৰিব? মই মানুহ-জনক জানোঁ। হে ভগৱান! সি এটা মূৰ্খ, এটা অধামূৰ্খ। যদিহে সকলো মানুহ তাৰ নিচিনা হ'লহেঁতেন এদম টকা দিও মোক জীয়াই থকাত সন্মত কৰাব নোৱাৰিলেহেঁতেন।'

'সেইটো হব পাৰে।' বাচিন্তভে কলে। 'তথাপি কিন্তু সমাজত সি এজন গন্য-মান্য ব্যক্তি হিচাপেই পৰিচিত।'

'অ', কোনো কথা নাই; মেডাম লেজনেভাই টিগ্ৰঁৰি কলে। 'তাৰ কথা বাদ দিয়ক। ককাইদেউৰ কাৰণে মই যে কিমান আনন্দিত! বাৰু নাটালিয়াও আনন্দিত আৰু সুখী নে?'

'হয় সন্তুষ্ট বুলিয়ে অনুভৱ হয়। আপুনি তেওঁক জানেই যে তেওঁ সদায়ে নীৰৱ, মুখখুলি কোনো কথা নকয়।'

গোটেই সন্ধিয়া সজীৱ আৰু আনন্দদায়ক কথা-বতৰাৰ মাজেৰে অতিবাহিত হ'ল। তেওঁলোক ৰাতিৰ আহাৰৰ বাবে বহিল। 'ঠিক, এটা ভাল কথা মনত পৰিছে। লেজনেভে অলপ 'লাফিং' বাকি দি বাচিন্তভক সুধিলে, — 'কদিনৰ বিষয় আপুনি কিবা শুনিছেনে?

'বহুদিন ধৰি একো খবৰ নাপাওঁ। যোৱা শীতকালত তেওঁ মস্কোলৈ আহিছিল আৰু তাত কেইদিনমান থকাৰ পাছত কোনোবা এটা পৰিয়ালৰ সৈতে চিম্‌ব্ৰিস্কলৈ গৈছিল। কিছুদিন আমি যোগা-যোগ ৰক্ষা কৰি আছিলোঁ। তেওঁৰ শেষ চিঠিখনত মোক জনাইছিল

যে তেওঁ ফিম্-ব্রিকৰ পৰা যাব, কিন্তু ক'লৈ যাব সেইটো উল্লেখ কৰা নাছিল। তেতিয়াৰ পৰা আৰু কোনো খবৰে পোৱা নাই।'

পিগাচডে আকৌ কলে, 'তেওঁ নিজে নিজৰ ব্যৱস্থা কৰিব। মই অনুমান কৰোঁ যে তেওঁ ক'ৰবাত বহি বহি কাৰোবাক দীক্ষা দি আছে। সৌ ভদ্ৰলোকজনে দুই বা তিনিজন ভক্ত বাচি লয়, যিসকলে তেওঁৰ বক্তৃতা বৰ মনোযোগেৰে শুনে আৰু তেওঁক টকা-পইচাও ধাৰে দিয়ে। মোৰ কথা মনত ৰাখিব : জাৰিভকক্-চাইস্ক বা চুখ্-লোমাই কৃত্ৰিম কেশযুক্ত আজীৱন অবিবাহিত বৃদ্ধা এগৰাকীৰ হাতত মৃত্যু বৰণ কৰাৰ দৰে তেওঁ কোনো দেৱ-ত্যাজ্য গাঁওত পৰি জীৱন শেষ কৰিব। কোনোৱে তেওঁক পৃথিৱীৰ বিশিষ্টতম জ্ঞানী পুৰুষ বুলি নাভাবিব।'

'আপুনি তেওঁৰ প্ৰতি অতি কঠোৰ হ'ল।' বাচিস্তভে অসন্তুষ্টিৰ সুৰত লাহে লাহে মন্তব্য দিলে।

প্ৰত্যুত্তৰত পিগাচভে কলে, 'সমূলি নহয়। উচিত বিবেচনা কৰিয়ে মই কৈছোঁ। মোৰ মতে তেওঁ এজন পৰনিৰ্ভৰশীল ব্যক্তিত বাহিৰে একোৱে নহয়। 'মই আপোনালোকক কবলৈ পাহৰিছিলোৱেই' লেজনেভলৈ মুখ ঘূৰাই তেওঁ কৈ গ'ল। 'মই টাৰলখভৰ লগত চিনাকি হৈছোঁ। তেওঁৰ লগতে ৰুদিন বিদেশলৈ গৈছিল। মোৰে দোহাই, ৰুদিনৰ বিষয়ে তেওঁ মোক যিবোৰ কলে— আপোনালোকে কল্পনাই কৰিব নোৱাৰে। এই সংবাদ অতিশয় হাস্যপদ। উল্লেখযোগ্য যে ৰুদিনৰ সকলোবোৰ বন্ধু আৰু অনুগামী সময়ত তেওঁৰ শত্ৰুত পৰিণত হ'ল।

'এই সকলৰ ভিতৰত মোক কিন্তু নধৰিব।' খঙেৰে বাধা দি বাচিস্তভে কলে।

'ভাল আপুনি — আপুনি অন্য ধৰণৰ। মই আপোনাৰ কথা কোৱা নাই।'

'টাৰলখভে আপোনাক কি কলে ?' মেডাম লেজনেভাই সুধিলে।

'বহু কথা। সকলোবোৰ মনতে নপৰে। কিন্তু মই কদিনৰ বিষয়ে শুনা সকলোবোৰৰ ভিতৰতে এই উপাখ্যানটো বিশেষ উল্লেখযোগ্য। নিৰৱিচ্ছিন্নভাবে বিকাশিত হোৱা এই সকলো ভদ্রলোকেই এনেকুৱা। যেতিয়া আন সকলোৱে খাই বা শোৱে তেওঁলোকেও খাই বা শোৱে আৰু লগে লগে বিকাশ লাভ কৰে। নহয়নে বাচিন্তভ মহাশয়?' (বাচিন্তভে কোনো উত্তৰ নিদিলে।) 'আৰু এনেকৈয়ে নিৰৱিচ্ছিন্নভাৱে দাৰ্শনিক জ্ঞান লাভ কৰাৰ মাজেৰে কদিন সিদ্ধান্তত উপনীত হ'ল যে প্ৰেমত পৰাৰ এযাই উপযুক্ত সময়। তেওঁ এই আচম্বিত সিদ্ধান্তৰ যোগ্য ইষ্ট-পাত্ৰীৰ অন্বেষণত লাগিল। ভাগ্যও সুপ্ৰসন্ন হ'ল। এজনী বিলাসী সাজ-পাৰ প্ৰিয় বৰ ধুনীয়া ফৰাচী মহিলাৰ লগত তেওঁৰ পৰিচয় হ'ল। এই ঘটনা ঘটিল জাৰ্মানীৰ ৰাইন চহৰত। কদিনে তেওঁক প্ৰায়ে দেখা কৰে, নানা ধৰণৰ কিতাপ পঢ়িবলৈ দিয়ে আৰু হেগেলৰ দৰ্শন আৰু প্ৰকৃতি সম্বন্ধে তেওঁৰ আগত বক্তৃতা দিয়ে। বিলাসীনীয়ে এইবোৰ কি বুজে? তেওঁ কদিনক এজন জ্যোতিৰ্বিদ বুলিহে ভাবিলে। সি যিয়েই নহওঁক, আপোনা-লোকে জানেই নহয় যে কদিন দেখিবলৈ বেয়া নহয়, তাৰোপৰি এজন বিদেশী (ৰুছ দেশীয়) হোৱা বাবেই মহিলা গৰাকীৰ অনুগ্ৰহ লাভ কৰিলে। শেষত তেওঁ এডোখৰ সঙ্গম স্থানৰ ব্যৱস্থা কৰিলে, নৈৰ পানীৰ ওপৰত এখন ভেনিচ নগৰীয়া দীঘল নৌকাৰ ওপৰত— এইডোখৰ বেচ মনোৰম ঠাই। ফৰাচী মহিলা গৰাকীয়ে সন্মতি দিলে। তেওঁ ৰবিবাৰে ধুনীয়াকৈ সাজি-কাচি কদিনৰ সৈতে নাওঁত উঠি ফুৰিবলৈ গ'ল। তাত তেওঁলোকে দুঘণ্টাতকৈও কিছু বেছি সময় কটালে। এইখিনি সময়ত তেওঁ কি কৰিলে বুলি আপোনালোকে ভাবে? তেওঁ মহিলা গৰাকীৰ মূৰত থপৰিয়াই থপৰিয়াই সপোন ৰিভোৰ হৈ ওপৰৰ আকাশলৈ ৰ' লাগি চাই থাকিল আৰু বাৰে বাৰে কলে যে তেওঁ মহিলা গৰাকীৰ প্ৰতি পিতৃসুলভ কোমলতা অনুভৱ কৰে। খঙতে জ্বলি-পুৰি ফৰাচী মহিলা গৰাকী ঘৰলৈ উভতি আহিল আৰু কিছুপৰৰ পাছত টাৱলখনৰ আগত গোটেই ঘটনাটো

কলে। এই ধৰণৰে ভদ্ৰলোক তেওঁ (কদিন)।, কথাখিনি শেষ কৰি পিগাচভে প্ৰাণখুলি হাঁহিলে।

'আপুনি স্বভাৱতে এজন পৰচৰ্চাকাৰী, নিন্দুক।' মেডাম লেজনেভাই তেওঁক তিৰস্কাৰ কৰিলে। 'যিসকলে কদিনক ঠাট্টা-বিদ্ৰূপ কৰে আনকি সেই সকলেও তেওঁৰ বিষয়ে বদনাম উলিয়াব নোৱাৰে। এইয়া মোৰ দৃঢ় বিশ্বাস।'

'একো বদনাম নহয়। হে ভগৱান! আনৰ খৰচেৰে জীৱিকা নিৰ্ব্বাহ কৰা আৰু আনৰ পৰা ধাৰ কৰা তেওঁৰ স্বভাবটোৱে বাৰু কি বুজায়? মিখাইল মিখাইলোভিচ! নিশ্চয় আপোনাৰ পৰাও তেওঁ টকা ধাৰে লৈছে?'

গহীনাই লেজনেভে আৰম্ভ কৰিলে। আফ্ৰিকান চেমিওনভিচ চাওঁক! আপুনি জানে, আৰু সেইদৰে মোৰ পত্নীয়েও জানে যে সম্প্ৰতি মোৰ কদিনৰ প্ৰতি ভাল ভাব নাই। অৱশ্যে তেওঁ প্ৰায়ে ভুল কৰাই দেখোঁ। এই সকলোবোৰৰ বাবেই (গিলাচটোত চেম্পেইন ঢালি ললে) মই প্ৰস্তাৱ কৰোঁ — মদ্যপান কৰি আমাৰ মৰমৰ ভাতৃ আৰু তেওঁৰ বিবাহৰ বাবে স্থিৰ কৰা পাত্ৰীৰ মঙ্গল কামনা কৰাৰ পাছত এতিয়া আমি দিমিত্ৰি কদিনৰ মঙ্গল কামনা কৰি আকৌ মদ্যপান কৰোঁহক।'

মেডাম লেজনেভা আৰু পিগাচভে আচৰিত হৈ তেওঁলৈ থৰহৈ চাই থাকিল; বিতচকুৰা বাচিস্তভ আনন্দত অভিভূত হৈ থিয় হ'ল।

'মই তেওঁক ভালদৰে জানোঁ।' লেজনেভে কৈ গ'ল। 'তেওঁৰ ভুল-ভ্ৰান্তিৰ প্ৰতি মই অন্ধ নহয়। তেওঁ নিজে এজন সাধাৰণ ব্যক্তি নহয় বাবেই তেওঁৰ ভুল-ভ্ৰান্তিবোৰ সকলোৰে চকুত সহজে ধৰা পৰে।'

'কদিন এগৰাকী প্ৰতিভাশালী ব্যক্তি।' বিস্ময়ৰ সুৰত বাচিস্তভে কলে।

'তেওঁৰ ভিতৰত প্ৰতিভাৰ অংকুৰ থাকিব পাৰে।' সন্মতিসূচক ভাবে লেজনেভে কলে। 'কিন্তু তেওঁৰ নিচিনা মানুহ এজনৰ বাবে

সিয়ে সর্বনাশৰ মূল। তেওঁ ঠিক মানুহ নহয় ............ কিন্তু সেয়া অন্য কথা। মই তেওঁৰ ভিতৰত থকা বিৰল আৰু সৎ গুণ-ৰাজিৰ কথাহে কব বিচাৰিছোঁ। মই কওঁ যে তেওঁৰ উৎসাহ আছে হয়, কিন্তু তেওঁ উদাসীন — তেওঁ আমাৰ যুগৰ মূল্যহীন গুণবোৰৰহে অধিকাৰী। আমি সকলোৱে অত্যন্ত যুক্তিবাদী, উদাসীন আৰু অলস হৈ পৰিছোঁ; আমি শুই পৰোঁ আৰু পাৱাণী-ভূত হৈ যাওঁ; আৰু কোনো এজনে আমাক আলোড়িত কৰিলে বা আমাৰ মনত অনুৰাগৰ সৃষ্টি কৰিলে আমি তেওঁৰ প্ৰতি কৃতজ্ঞ হোৱা উচিত, হব পাৰে সি কেৱল মুহূৰ্ত্তৰ বাবে। আলেকজেন্দ্ৰা, তোমাক মনত পেলাই দিয়াৰ এয়ে উপযুক্ত সময় যে এসময়ত তোমাৰ লগত কথা-বতৰা হৈ থাকোঁতে মই তেওঁক উদাসীন বুলি দোষাৰোপ কৰিছিলোঁ। মোৰ ভুল হোৱা নাছিল যদিও একেবাৰে শুদ্ধ বুলিও কব নোৱাৰোঁ। উদাসীনতা তেওঁৰ স্বভাৱগত — ই তেওঁৰ দোষ নহয়, কিন্তু চিন্তা জগতত তেওঁ তাৰ বিপৰীত। মই তেওঁক কোৱাৰ দৰে তেওঁ এজন অভিনেতা নহয় অথবা ভণ্ড বা প্ৰতাৰকো নহয়। তেওঁ সদায় আনৰ ধনৰ ওপৰত নিৰ্ভৰ কৰিয়ে জীৱিকা নিৰ্ব্বাহ কৰে, কিন্তু চল-চাতুৰি কৰি নহয়, কেৱল শিশুসুলভ নম্ৰতাৰেহে ......... হয়, যিমান দূৰ সম্ভৱ তেওঁ দুখ দন্যৰ মাজতেই ক'ৰবাত মৰি থাকিব; কিন্তু সেয়ে তেওঁৰ চৰিত্ৰৰ ওপৰত অভিযোগ তোলাৰ কাৰণ হব পাৰেনে? তেওঁ একোতে সফল হব নোৱাৰে, কিয়নো তেওঁ মেৰুদণ্ড-হীন আৰু নিৰুৎসাহী। কিন্তু কাৰ এনেকৈ কোৱাৰ অধিকাৰ আছে যে তেওঁৰ দৰে মানুহ ইতিমধ্যে অপ্ৰয়োজনীয় হৈ পৰিছে বা পৰিব? কোনে কব পাৰে যে তেওঁৰ কথাবোৰে তৰুণ আত্মাত ভাল বীজ সিঁচি দিয়া নাই? তৰুণসকলক অনায়াসে তেওঁৰ মতত পতিয়ন নিয়াৰ পৰা সামৰ্থ্য আৰু কৰ্ম্ম ক্ষমতাৰ পৰা প্ৰকৃতিয়ে তেওঁক বঞ্চিত কৰা নাই। আন কিয়, মই নিজেই এই ক্ষেত্ৰত তেওঁৰ ওচৰত বহু পৰিমানে ঋণী। আলেকজেন্দ্ৰাই ভালকৈ জানে — ডেকা কালত কদিন মোৰ মনত কি আছিল। কদিনৰ কথাই মানুহৰ ওপৰত

প্ৰভাৱ পেলাব নোৱাৰে বুলি কোৱা কথাষাৰ মোৰ মনত পৰে ; কিন্তু তেতিয়া হলে মই সেইসকল মানুহৰ কথাকে কম যিসকল মোৰ নিচিনা, মোৰ সমবয়সৰ, যিসকলে জীৱনটো দেখিছে আৰু তাৰপৰা শিক্ষা লাভ কৰাৰ বাবে কষ্ট স্বীকাৰ কৰিছে। আমাৰ বাবে এজন মানুহৰ বক্তব্যৰ এটা মাথো অসংগত কথাই সমস্ত বক্তব্যটোৰ সংগতি নষ্ট কৰে । কিন্তু সুখৰ বিষয় যে ডেকা সকলৰ কাণত সি বৰকৈ নাবাজে, ৰুচি বিৰুদ্ধও নহয়। মূলতঃ কথাখিনি ভাল যেন লাগিলে ডেকা মনে তাৰ মূলভাব সম্পৰ্কে সমূলি নাভাবে। অভিৰুচিৰ লগত বৰ্জিতা থুৱাই মূলভাব নিজেই উলিয়াই লয়।'

ৰাচিস্তভে চিঞঁৰি দিলে। 'বাঃ বাঃ! সেয়া কিমান সঠিক। আৰু ৰুদিনৰ প্ৰতিভা সম্পৰ্কে মই শপত খাই আপোনাক কওঁ যে তেওঁ আপোনাক কেনেকৈ উত্তেজিত কৰিব লাগে কেৱল যে তাকে জানে এনে নহয়; তেওঁ আপোনাৰ পথ নিৰ্দ্ধাৰণ কৰিব, আপোনাক পৰিচালনা কৰিব, আপোনাৰ মূলভিত্তিকেই ছেদেলি-ভেদেলি কৰি দিব আৰু আপোনাক অলন্ত অগ্নিত নিক্ষেপ কৰিব পাৰে।'

পিগাচভলৈ ঘূৰি চাই লেজনেভে কৈ গ'ল। 'শুনিলেনে ? আৰু কি প্ৰমাণ আপোনাক লাগে ? দৰ্শনৰ ওপৰত আপোনাৰ আক্ৰমণ, এই বিষয়ে যদি কবলৈ যাওঁ, আপুনি তাতো ব্যৰ্থ। দৰ্শনৰ কটু সমালোচনা কৰিবলৈ আপোনাৰ যথেষ্ট নিন্দাসূচক ভাষাৰে অভাৱ। মই এই বিষয়ে কম বুজোঁ, গতিকে এই বিষয়ে মূৰো নঘমাওঁ। কিন্তু এইটো ঠিক যে আমাৰ মূল সমস্যাৰ বাবে দৰ্শন দায়ী নহয়। তথাকথিত দৰ্শনৰ ভৱাবাজি আৰু বাটুলতাই কচ এজনৰ ওপৰত কোনো প্ৰভাৱ পেলাব নোৱাৰে। এই সম্পৰ্কে তেওঁ যথেষ্ট সচেতন। কিন্তু প্ৰতিটো সত্য আৰু যুক্তি উদ্ঘাটনৰ সৎ প্ৰচেষ্টাকে আমি দৰ্শনৰ নামত প্ৰত্যাখান কৰিব নোৱাৰোঁ। ৰুচিয়া সম্পৰ্কে ৰুদিনৰ জ্ঞান নাই, সেয়ে তেওঁৰ দুৰ্ভাগ্য। আমাক বাদ দিও ৰুচিয়া ৰুচিয়া হৈয়ে থাকিব, কিন্তু ৰুচিয়া নহলে আমি থকাতো অসম্ভৱ।

যিজনে কছিয়া নহলেও থাকিব পাৰে বুলি ভাবে তেওঁক অভিশাপ আৰু যিজনে কচিয়াক বাদ দি থাকে তেওঁক দ্বিগুণ অভিশাপ। বিশ্বজনীনতা নিৰৰ্থক, বিশ্বজনীনতাবাদী হ'ল এজন অধম। জাতীয়তা ব্যতিৰিকে শিল্প-কলা, সত্য বা জীৱন একেবাৰে সম্ভৱ নহয়। এখন স্বাভাৱিক উজ্বল মুখে মানুহৰ চৰিত্ৰৰ নিদৰ্শন দাঙি ধৰে; কিন্তু এখন অনুজ্বল মুখত তেনে কোনো নিদৰ্শন পোৱা নাযায়। কিন্তু মই বাৰে বাৰে কম, ই কদিনৰ ভুলৰ বাবে নহয়, ই তেওঁৰ ভাগ্যৰ পৰিহাস, তিক্ত আৰু নিষ্ঠুৰ ভাগ্যৰ পৰিহাস। তাৰ বাবে আমি তেওঁক দোষ দিব নোৱাৰোঁ। কদিন আমাৰ মাজলৈ কিয় আহিল এইটো স্থিৰ কৰিবলৈ হলে বহুদূৰ পৰিক্ৰম কৰিব লাগিব। কিন্তু তেওঁৰ ভিতৰত থকা ভাল গুণখিনিৰ বাবেই আমি তেওঁৰ প্ৰতি কৃতজ্ঞ হোৱা উচিত। তেওঁৰ প্ৰতি অবিচাৰ নকৰি এইটো কৰাই বেছি ভাল হব। আজি পৰ্য্যন্ত আমি তেওঁৰ প্ৰতি অবিচাৰ কৰিয়ে আছোঁ। তেওঁক শাস্তি দিয়াটোৱে আমাৰ কাম নহয় নাইবা তেনে কৰাৰ দৰ্কাৰো নাই। তেওঁ নিজেই পাৰ লগাতকৈ বেছি কঠোৰ শাস্তি ভোগ কৰিছে ....... ভগৱানৰ কৃপাত এই দুৰ্যোগে তেওঁৰ সকলোবোৰ দোষৰ অৱসান ঘটাওক আৰু তেওঁৰ ভিতৰৰ ভাল-খিনি ৰক্ষা কৰক! মই কদিনৰ মঙ্গল কামনা কৰি মদপান কৰোঁ। মোৰ সেই চমৎকাৰ বছৰবোৰৰ সংগী, যৌৱন, আশা-অনুৰাগ, সুখ দুখ, বিশ্বাস আৰু সততা — এই সকলোবোৰ স্মৰণ কৰি যিবোৰে আমাৰ কুৰি বছৰ বয়সত বুকুৰ ধমনিৰ গতি খৰতকীয়া কৰিছিল, আৰু এই সকলোৰে উপৰি আমি জীৱনত এতিয়ালৈকে যি শিকিলোঁ আৰু ভৱিষ্যত লৈ যি শিকিব পাৰিম ............ সেই সোণালী দিনবোৰৰ স্মৃতিত আৰু কদিনৰ মংগল কামনা কৰি মই মদপান কৰোঁ।'

প্ৰত্যেকে নিজৰ নিজৰ পানীয় ভৰা গিলাচবোৰ লেজনেভৰ গিলাচত লগাই দিয়াত ঠন্ ঠন্ শব্দ উঠিল। অত্যুৎসাহী হৈ বাচিস্তভে তেওঁৰ গিলাচটো অলপ জোৰকৈ লগাই দিয়াত সেইটো ভাঙি গ'ল আৰু পানীয়খিনি নিঃসৰিত হৈ শুকান খালি পাত্ৰটোহে তেওঁৰ

হোৱত হ'ল। মেডাম লেজনেভাই গিৰীয়েকৰ হাতখন চেঁপি ধৰিলে।

'আপোনাৰ এনে বাগ্মীতাৰ কথা মই আগতে জনাই আছিলোঁ। বাগ্মীতাত আপুনি ৰুদিনৰ দৰেই পটু। আপোনাৰ কথাত ময়ো আচৰিত হৈছোঁ।' — পিগাচভে মন্তব্য দিলে।

'মই সমূলি ভাল বক্তা নহওঁ।' অলপ কৰ্কশভাবে লেজনেভে প্ৰত্যুত্তৰ কলে। 'আৰু আপোনাক আচৰিত কৰাটো অসন্তুষ্টক সন্তুষ্ট কৰা যেনহে মোৰ অনুভৱ হয়। ৰুদিনৰ বিষয়ে বহুতো কথা বচা হ'ল। এতিয়া আমি অন্য বিষয়লৈ আহোঁ। এঃ নামটো কি জানো? অ' পেণ্ডেলেভস্কি! তেওঁ এতিয়াও মেডাম লাচুনস্কায়াৰ লগতে আছেনে?' বাচিস্তভৰ ফালে ঘূৰি তেওঁ সুধিলে।

'হয় আছে। তেওঁৰ কাৰণে মেডামে এটা ভাল দৰমহাৰ চাকৰিৰ ব্যৱস্থা কৰিছে।'

লেজনেভে এটা কৃত্ৰিম হাঁহি মাৰি কলে, 'মই বাজি ৰাখিব পাৰো: সেই মানুহজনে কেতিয়াও দাৰিদ্ৰৰ কবলত পৰি অকাল মৃত্যু বৰণ কৰিব নালাগে।'

ৰাতিৰ আহাৰৰ শেষত অতিথিসকল ঘৰা-ঘৰি গ'ল। কেৱল গিৰিয়েকৰ সৈতে মেডাম লেজনেভাহে এতিয়াও বৈ আছে। লেজ-নেভাই এটা মিচিকিয়া হাঁহিৰে গিৰিয়েকৰ ফালে চালে। মৰম লগা হাতেৰে গিৰীয়েকৰ কপাল স্পৰ্শ কৰি তেওঁ বিৰবিৰাই কলে 'আপুনি আজি সকলোকে আচৰিত কৰি তুলিলে। কিমান সুচতুৰ আৰু মহানভাবে আপুনি কথাবোৰ কলে। কিন্তু স্বীকাৰ কৰিব লাগিব যে ৰুদিনৰ সপক্ষে আজি আপুনি বিদ্যমান অতি শক্তিশালী যুক্তি দাঙি ধৰিছে; ঠিক যেনেকৈ ইয়াৰ আগতে তেওঁৰ বিৰুদ্ধে এনেকুৱা শক্তিশালী যুক্তিয়ে আপুনি দাঙি ধৰিছিল।'

'দুৰ্ব্বল অস্ত্ৰহাত মানুহক আঘাট দিব নাপায়। সৌ দিনবোৰত তেওঁ তোমাৰ মূৰটোও নষ্ট কৰিব বুলিহে মোৰ সন্দেহ হৈছিল।'

'সেইটো কেনেকৈ হব।' স্বাভাৱিক সৰলতাৰে লেজনেভাই কলে। মই সদায় তেওঁক এজন বিজ্ঞ লোক বুলিয়ে ভবোঁ। মই তেওঁক

ভয় কৰোঁ। আৰু তেওঁৰ আগত পৰিলে কথা কোৱাত মোৰ খেলি-মেলি লাগে। আজি কদিনক লৈ এনেখন ল'ৰা-ধেমালি কৰাটো পিগাচভৰ যাবে অশালীন কাম হোৱা নাইনে?'

'পিগাচভ!' লেজনেভে কলে, 'পিগাচভ উপস্থিত থকা বাবেই মই কদিন সম্পর্কে ইমান জোৰ দি কথাবোৰ কলোঁ। তেওঁ কদিনক পৰনির্ভৰশীল বুলি কবলৈকো সাহস কৰিছে। মোক যদি সোধা হয়, মই কম পিগাচভ এশ গুণে বেয়া। তেওঁ অৱশ্যে আত্মনির্ভৰশীল। হলেওবা কি হব! তেওঁ যাকে তাকে ঠাট্টা বিদ্রূপ কৰে। কিন্তু তেওঁ হলে ধনী আৰু ক্ষমতাশালী সকলক তোষামোদ কৰে। তুমি নাজানা —এই পিগাচভে যিজনে ইমান বিদ্বেষপূর্ণভাবে প্রত্যেক বস্তু আৰু ব্যক্তিকে নিন্দা কৰে, যাৰ দর্শন আৰু তিৰোতা সকলৰ ওপৰত সদায় ঘৃন্য আক্রমন, তেওঁ চৰকাৰী চাকৰিত থাকোতে ভেটি খাইছিল — আৰু কেনেকৈ! হয়, ই একেবাৰে সঁচা।'

'হয়নে, মই জনাই নাছিলোঁ!' লেজনেভাই আচৰিত হৈ কলে। 'তওঁ তেনে হব পাৰে বুলি মই ভবা নাছিলোঁ।' অল্পপ ৰৈ তেওঁ পুনৰ কলে। 'আপোনাক কিবা-কিবি সুধিব লগা আছে .... .'

'ঠিক আছে, সোধা।'

'ককাইদেউ নাটালিয়াৰ সৈতে সুখী হব বুলি আপুনি ভাবেনে?'

'হয় .... .... .... হোৱাৰ সম্ভৱনাই বেছি .... .... .... ....

গিৰীহতনী হৈ তেৱেঁই বশ কৰি পেলাব .... .... .... .... আমাৰ নিজৰ মাজত এই কথা লুকুওৱাৰ কোনো কাৰণ নাই। তেওঁ সুচতুৰা, কিন্তু ভলিণ্টচেভ এজন বৰ ভাল মানুহ আৰু তেওঁ নাটালিয়াক অর্ন্তঃকৰণে ভাল পায়। ইয়াতকৈনো মানুহক আৰু কি বেছি লাগে। আমাৰ কথাকে ধৰা — আমি ইজনে-সিজনক ভাল পাওঁ আৰু সেয়েহে আমি সুখী, নহয় জানো?'

লেজনেভাই মিচিকিয়াই হাঁহি তেওঁৰ হাতখনত জোৰকৈ চেঁপি ধৰিলে।

*　　*　　*　　*

মেডাম লেজনেভাৰ ঘৰত বৰ্নিত ঘটনাবোৰ ঘটি থকাৰ দিনাই কচ গুবাৰ্নিয়াৰ এক দূৰবৰ্ত্তী প্ৰান্তত দুপৰীয়াৰ প্ৰখৰ সূৰ্য্যৰ তাপত ৰাষ্ট্ৰীয় পথেৰে তিনিটা কৃষকৰ ঘোঁৰাই জৰাজীৰ্ণ কঠৰ ছৈ দিয়া 'কিবিট্কা' গাড়ী এখন টানি লৈ গৈছে। এজন বুঢ়া কৃষকে এটা ফটা ছিটা অভাৰ কোট পিন্ধি গাড়োৱান বহা আসনত কুজা হৈ বহি গৈছে। বুঢ়াজনৰ ভৰি দুখন 'হুইপল' গছৰ বিপৰীতে একাষৰীয়া হৈ ওলাই আছে। তেওঁ ঘোঁৰাৰ বেগ বঢ়াবলৈ লেকামৰ ৰচিৰে অনবৰত সিহঁতৰ পিঠিত কোবাইছে আৰু আঙুলিৰ আগেৰে সৰু চাবুকডাল ঘূৰাই আছে। ছৈ খনৰ তলত এটা দুৰ্ব্বল সৰু চুটকেছৰ ওপৰত বহি গৈছে এজন বেচ ওখ-পাখ মানুহ। তেওঁৰ গাত এটা ধূলিৰে ভৰা পুৰণা হলৌ চোলা আৰু মূৰত এটা পিক্কেপ। এইজন কদিন। তেওঁ মূৰ গুজি বহি আছে। টুপীৰ আগটো ওলমি আহি তেওঁৰ চকুযুৰি ঢাকি পেলাইছে। গাড়ীখনৰ উন্মাদ জোকাৰণিত তেওঁ এবাৰ ইফালে এবাৰ সিফালে বাগৰি পৰিছে — তথাপি তেওঁ যেন সেইটো গমকে পোৱা নাই, যেনিবা তেওঁ টোপনিয়াইহে আছে। শেষত তেওঁ পোন হৈ বহিল।

গাৰোৱানৰ আসনত বহি থকা ঘোঁৰাচালকজনক তেওঁ সুধিলে— 'আমি কেতিয়াকৈ আস্থান পামহঁক!'

'আৰু বেছি সময় নালাগে মহাশয়!' ঘোঁৰাচালকজনে কলে। 'সৌ পাহাৰখনৰ ওপৰ পাবলৈ আমাৰ প্ৰায় দুই কিলোমিটাৰ মানহে বাকী আছে .... ... হেই বেগাই যা। কি কৰিছ? মজা পাবি ৰহ।' তেওঁ চিঞৰিৰ বাখৰ কৰি সোফালৰ ঘোঁৰাটোক চাবুকেৰে কোবাবলৈ ধৰিলে।

'যি দেখিছোঁ। তুমি ভালকৈ চলাব নোৱাৰা।' কদিনে মন্তব্য কৰিলে। 'ৰাতিপুৱাৰে পৰা গাড়ী চলাইছা, কিন্তু এতিয়াও লক্ষ্য-স্থল পোৱাই নাই। অন্ততঃ তুমি কিবা এটা গাবই পাৰিলাহেঁতেন।'

'যিমান পাৰোঁ বেগাই আহিছোঁ, মহাশয় ! ঘোঁৰাবোৰ ভাগৰি পৰিছে — আপুনি দেখিছে নহয় -- তাৰোপৰি এনে প্ৰখৰ ৰ'দ। মই গান গাব নোৱাৰোঁ, মই গান গোৱা অশ্ব চালকো নহয়। হেৰা ককাই !' ভৰিত ফটা ছিটা পুৰণি জোতা আৰু গাত মটিয়া বঙৰ লিলেন চোলা এটাৰে পথিক এজনক হঠাতে চিঞৰ চিঞৰি কলে। 'হেৰা ককাই, অলপ বাট এৰি দিয়া।'

পথিকজনে একাষৰীয়া হৈ ৰ'ল আৰু ভোৰভোৰাই কলে, 'কি সুদক্ষ চালক !' তাৰ পাছত বিদ্ৰুপ কৰি 'এওঁক মস্কোবাসী যেনহে লাগিছে' বুলি কৈ মূৰ জোকাৰিলে আৰু লাহে লাহে আঁতৰি গ'ল।

'হেই ধূৰ্ত্ত জন্তু, চিধা ৰাস্তাৰে বল।' চালকজনে মাজৰ ঘোঁৰা টোৰ লেকামত টানি লাহে লাহে কলে।

শ্ৰান্ত ঘোঁৰাবোৰে শেষত কোনোমতে গাড়ীখন আস্থানলৈকে লৈ গ'ল। ' ৰুদিন গাড়ীৰ পৰা লাহেকৈ নামি আহিল আৰু চালকজনক ভাড়া আদায় দিলে, ( চালকজনে কিন্তু মূৰ নোদোৱালে আৰু বহু সময় ধৰি পইচা কেইটা হাতত জোকাৰি থাকিল ; নিশ্চয় সেয়া তেওঁৰ মনত পাবলগাতকৈ কম হৈছিল ) আৰু নিজে তেওঁৰ চুটকেছটো ঘৰটোলৈ লৈ গ'ল।

ৰুচিয়াৰ নানা ঠাই ভ্ৰমন কৰা এজন বন্ধুৱে তেওঁৰ ভ্ৰমন কালৰ বিষয়ে মন্তব্য দি কৈছিল যে যদিহে আস্থান গৃহৰ বেৰবোৰত ককেচাচৰ বন্দীসকলৰ অথবা ৰুচিয়াৰ সেনাপতি সকলৰ ফটো আঁৰি থোৱা থাকে তেতিয়াহলে যাত্ৰা কৰাৰ বাবে সোনকালে ঘোঁৰা এটা পোৱা যায়। যদিহে প্ৰখ্যাত জুৱাৰী জৰ্জ্জ জাৰ্ম্মনিৰ জীৱন আলেখ্য তাত আঁকা থাকে, তেতিয়া হলে ভ্ৰমনকাৰীয়ে সোনকালে ঘোঁৰা এটা লৈ তাৰ পৰা যাত্ৰা কৰাৰ সকলো আশা পৰিহাৰ কৰিব লাগে। এনে অৱস্থাত জুৱাৰীজনৰ ঠৰঙা কেকোৰা চুলিকোছা বগা ওৱেষ্ট-কোট, ডেকা কালত পিন্ধা গাত লিপিত খাই থকা চুটি পেণ্ট, বুঢ়া কালৰ তাৰ উন্মাদ মুখৰ চেহেৰা আৰু এটা ওখ থিয়

ছালৰ জুপুৰি ঘৰত চকী এখন দলিয়াই পুত্ৰক হত্যা কৰা দৃশ্যবোৰ চাই সময় অতিবাহিত কৰিব লাগিব ! কদিন যিটো কোঠাত সোমাল তাত জুৰাবীৰ জীৱনৰ এনেবোৰ ছবিয়ে ত্ৰিশ বছৰ আগৰে পৰা আঁৰি থোৱা আছিল। তেওঁ মাতেঁাতে এজন শুই থকা ৰখীয়াৰ পৰা উত্তৰ আছিল। ৰখীয়াজনে কদিনৰ প্ৰশ্নলৈ অপেক্ষা কৰাৰ আৱশ্যক অনুভৱ নকৰাকৈয়ে উদাসীনভাৱে কৈ উঠিল যে ঘোঁৰা প্ৰস্তুত নাই। (প্ৰসঙ্গক্ৰমে, কেতিয়াও কোনো মানুহে আস্থানৰ ৰখীয়াক শুই নথকা অৱস্থাত নাপায়।)

দাবীৰ সুৰত কদিনে কলে, 'মই কলৈ যাওঁ আনকি সেইটো নজনাকৈয়ে ঘোঁৰা নাই বুলি কোৱাৰ অৰ্থ কি ? কৃষকৰ ঘোঁৰা লৈ মই ইয়ালৈ আহিছোঁ।'

'কলৈকো পঠাবলৈ আমাৰ ঘোঁৰা নাই' — ৰখীয়াজনে উত্তৰ দিলে। 'কলৈ যাব বুলি আপুনি কৈছিল ?'

'এচ কে লৈ।'

ঘোঁৰা নাই বুলি পুনৰ কৈ ৰখীয়াজন বাহিৰলৈ ওলাই গ'ল।

কদিন খিৰিকীৰ ওচৰলৈ উঠি গ'ল আৰু বিৰক্তিতে মূৰৰ টুপীটো মেজৰ ওপৰলৈ দলি মাৰি দিলে। দুটা বছৰে তেওঁৰ শৰীৰলৈ বৰ বিশেষ পৰিবৰ্ত্তন আনিব পৰা নাই। কিন্তু তেওঁৰ মুখখন মলিন হৈ পৰিছে, তেওঁৰ ধুনীয়া কেকোৰা চুলিকোছা এতিয়া বগা সূতাৰ নিচিনা হৈছে, তেওঁৰ এই পৰ্য্যন্ত ধুনীয়া চকুযুৰিয়ে কিছু-পৰিমাণে হলেও উজ্জ্বলতা হেৰুৱা যেন লাগিছে ; ওঁঠ, গাল আৰু কপালত বয়সৰ আচোৰ ; তিক্ত ক্লিষ্ট আবেগৰ চিহ্ন পৰিলক্ষিত হৈছে। তেওঁৰ সাজপাৰ তেনেই পুৰণা আৰু লেতেৰা পেতেৰা, চোলা এটাও পিন্ধা নাই। তেওঁৰ যৌৱন বিয়লি যোৱা যেন লাগিছে। এজন মালীৰ ভাষাত কবলৈ হলে তেওঁ এতিয়া ফুল ফুলাৰ পাছৰ অৱস্থা শস্য উৎপাদনত উপনীত।

তেওঁ বেৰত খোদিত কথাখিনি পঢ়িবলৈ ধৰিলে। এনেকৈ সময় কটোৱাতো আমনি লগা ভ্ৰমনকাৰীৰ বাবে প্ৰিয় আমোদ।

এনেতে দুৱাৰখনত খটংকৈ এটা শব্দ হ'ল আৰু ৰখীয়াজন ভিতৰলৈ সোমাই আহিল।

'এচ কে লৈ পঠিয়াবৰ বাবে ঘোঁৰা বৰ্তমান নাই আৰু কেইবা দিনলৈও পোৱা নাযাব। কিন্তু এটা দল উভতি আহিছে আৰু এভিয়া ও-ভি লৈ যাব।' সি কলে।

'ও-ভি লৈ?' ব্যগ্ৰভাবে কদিনে সুধিলে। 'কিন্তু সেয়াতো মোৰ গন্তব্য পথত নপৰে। মই যাম পেঞ্জালৈ — কিন্তু ও-ভি পৰে বোধহয় টাম্বভলৈ যোৱা পথত।'

'হলেই বা কি? আপুনি টাম্বভলৈ যাওঁক, তাৰ পৰা পেঞ্জালৈ যাব পাৰিব — অথবা যি কোনো উপায়ে ও-ভি ৰ পৰাই চিধা চিধি গুচি যাব।'

কদিনে অলপ ভাবিলে। 'সেয়ে হব।' শেষত কলে, 'যা ঘোঁৰা জুৰিবলৈ কগৈ। ই একে কথাই হব। মই টাম্বভলৈকেই যাম।'

ঘোঁৰাবোৰ তৎক্ষনাত সাজু কৰা হ'ল। সৰু চুটকেচটো হাতত লৈ গৈ কদিন গাড়ীত উঠিল। তেওঁ আগৰ দৰে মুৰ গুজি বহি পৰিল। তেওঁৰ হালি থকা অৱয়টোত যেন কিবা এটা অসহায় আৰু দুখ লগাকৈ বিনম্ৰভাবৰ অভিব্যক্তি। ট্ৰয়কাখন মন্থৰ গতিত আগবাঢ়িল, জোকৰণিত ঘণ্টাটো ঝন্ ঝনাই উঠিল।

---

# উপসংহাৰ

কেইবাটিও বছৰ পাৰ হৈ গ'ল।

শৰৎকালৰ এটা শান্ত দিন। পৰ্য্যটকৰ গাড়ী এখন আহি এছ চহৰৰ প্ৰদেশৰ ভিতৰতে বিখ্যাত হোটেলখনৰ সমুখত ৰ'ল। এজন ভদ্ৰলোক গাড়ীৰ পৰা নামিল। তেওঁ দীঘলীয়াকৈ হাঁহি আৰু হুমুনিয়াহ কাঢ়ি দেহটো পোনাই ললে। মানুহজন বৰ বেছি বয়সীয়া নহয়। কিন্তু তেওঁৰ আচৰণ আৰু ভাব-ভঙ্গীত বয়সৰ গাম্ভীৰ্য্য পুৰামাত্ৰাই প্ৰকট হৈ উঠিছে। তেওঁ চিৰিৰে প্ৰথম মহলালৈ উঠিলে আহল বহল বাৰান্দাখনৰ প্ৰবেশ দ্বাৰত ক্ষন্তেক ৰ'ল আৰু তাত কোনো মানুহক দেখা নোপোৱাত এটা কোঠালী লাগে ৰুলি ডাঙৰ ডাঙৰকৈ চিঞঁৰি দিলে। ক'ৰবাত দুৱাৰৰ এটা কেৰকেৰণি শব্দ শুনা গ'ল। লগে লগে পাছফালৰ পৰ্দ্দাৰ আঁৰৰ পৰা এজন ক্ষীণ পৰিচাৰক প্ৰায় জপিয়াই অহাৰ দৰে উধাতু খাই তেওঁৰ ওচৰ পালেহি। তাৰ চোলাৰ হাত কোচাই লোৱা আৰু প্ৰবেশ পথৰ অৰ্দ্ধপোহৰ পৰি চোলাটোৰ পিঠিৰফালটো চিক্‌মিকাই আছে। সি অলপ হাঁহি তৎক্ষণাত আগন্তুকক বাট দেখুৱাই লৈ গ'ল। কোঠাত সোমাই পৰ্য্যটক-জনে খৰতকীয়াকৈ অভাৰ কোট আৰু গলবন্ধনখন খুলি থৈ, হাত দুখন আঠুৰ ওপৰত ৰাখি চোফা এখনত বহি পৰিল ; আৰু প্ৰায় অৰ্দ্ধচেতন ভাবে চাৰিওফালে চকু ফুৰাই তেওঁৰ লগুৱাজনক মাতিলে। পৰ্য্যটকজন লেজনেভ। বছৰেকীয়া সৈন্য ভৰ্ত্তিকৰণৰ কামত তেওঁ এছ লৈ আহিছে।

কেকোৰা চুলিৰে সৈতে গুলপীয়া গালৰ যুৱক, লেজনেভৰ লগুৱা-জন সোমাই আহিল। তাৰ গাত গেৰুৱা ৰঙৰ অভাৰকোট, ককালত নীলা কোমৰ বন্ধা আৰু ভৰিত ওখ বুট জোতা।

লেজনেভে কলে, 'বাৰু ল'ৰা আমি বিচৰাটোকে পালোঁ, চকাৰ

ছাল ( tyre ) সম্পৰ্কে যে ভই ব্যগ্ৰ হৈ আছিলি, সেইটো বেয়া হোৱা নাই।'

'ঠিকেই আছে !' অভাব কোটৰ উলটি থকা কলাৰৰ তলত মুখখন লুকুৱাই লগুৱাজনে মিচিকিয়াই হাঁহিলে আৰু কলে, 'কেনেকৈ সেইটো বেয়া নোহোৱাকৈ থাকিল —'

'ইয়াত কোনোবা আছেনে ?' উপ-পথৰ পৰা এটা শব্দ আহি আহিল।

লেজনেভে কাণ থিয় কৰি দণ্ডায়মান হৈ আছিল।

'কোনোবা আছেনে ?' পুনৰ ডাঙৰকৈ মতা শুনা গ'ল। লেজনেভ বহাৰ পৰা উঠিল, দুৱাৰৰ ওচৰলৈ গ'ল আৰু ঠেলা মাৰি সেইখন খুলি দিলে।

সমুখত দেখা পালে ভলদুৱকৈ থিয় হৈ থকা এজন দীৰ্ঘকায়ী মানুহ। মানুহজনৰ গাত পিতলৰ বুটাম লগোৱা এটা পুৰণা ভেল-ভেটৰ কোটচোলা, মূৰৰ চুলি বেছি ভাগেই পকা। তৎকালেই লেজনেভে তেওঁক চিনি পালে।

'কদিন !' তেওঁ হা-কৰি চাই থাকিল। কদিনে ঘূৰি ঘূৰি চালে, কিন্তু লেজনেভক চিনিবই নোৱাৰিলে। লেজনেভে পোহৰৰ ফালে পিঠি দি থিয় হৈ আছিল; কদিনে আচৰিত হৈ তেওঁৰ ফালে চালে।

'মোক চিনি পোৱা নাই ?' লেজনেভে শুধিলে।

'মিখাইল মিখাইলোভিচ !' কদিনে আবেগতে চিঞঁৰি উঠিল। তেওঁ হাতখন আগবঢ়াই দিলে, আৰু অলপ ইতঃস্ততঃ কৰি আকৌ কোচাই নিলে। কিন্তু লেজনেভে ব্যগ্ৰভাবে দুয়োহাতেৰে কাঁদনৰ হাতখনত খামোচ মাৰি ধৰিলে।

'ভিতৰলৈ আহক, মোৰ কোঠালৈ আহক।' লেজনেভে কলে আৰু লগে লগে ৰুদিনক ভিতৰলৈ লৈ গ'ল। 'আপোনাৰ ইমান পৰিবৰ্তন হৈছে !' অলপ সময় নীৰৱতাৰ পাছত আবেগ ভৰা থোকা-থুকি মাতেৰে লেজনেভে কলে।

'হয় লোকে জেনেকৈয়ে কয়।' কোঠাটোৰ চাৰিওফালে চকু ঘূৰাই কদিনে উত্তৰ দিলে। 'এয়া সময়ৰ চাপ। কিন্তু আপুনি ঠিক আগৰ দৰেই হৈ আছে। আপোনাৰ পত্নী আলেকজেন্দ্ৰা কেনে আছে?'

'তেওঁৰ ভালেই, ধন্যবাদ। কিন্তু আপুনি ইয়াত কি কৰি আছে?'

'মই! সেয়া এটা দীঘলীয়া কাহিনী। বাস্তৱতে মই হঠাৎ ইয়ালৈ আহিলোঁ। মই এজন পাৰিচিত মানুহক বিচাৰিছোঁ। যিয়েই নহওঁক মই বৰ সুখী হৈছোঁ—'

'আপুনি খোৱা লোৱা ক'ত কৰে?'

'মই? কেতিয়া ক'ত খাওঁ ঠিক নাই। যিকোনো এখন ভোজনালয়ত খাওঁ আৰু। মই আজিয়ে এই চহৰ এৰিব লাগিব।'

'আপুনি যাবই লাগিবনে?'

কদিনে অৰ্থপূৰ্ণভাবে এটা হাঁহি মাৰিলে। 'হয় যাবই লাগিব। মোক গাৱত গৈ থকাৰ বাবে মাতি পঠিয়াইছে।'

'আজি দুপৰীয়াৰ সাজ তেনেহলে মোৰ লগতে খাওক।'

প্ৰথমবাৰৰ বাবে কদিনে লেজনেভৰ চকুৰে চকুৰে চালে। 'আপোনাৰ লগত দুপৰীয়াৰ সাজ খাবলৈ মোক আপুনি নিমন্ত্ৰন কৰিছে?' — তেওঁ কলে।

'হয় কদিন! আমাৰ আগৰ দিনবোৰৰ দৰে, অন্তৰঙ্গ বন্ধুৰ দৰে লগ-লাগি এসাজ খাওঁহক। সম্মত হৈছেনে? মই আপোনাক লগপোৱাৰ কথা ভাবিবই পৰা নাছিলোঁ। আৰু ভগবানেহে জানে আমি আকৌ কেতিয়াবা লগ হব পাৰিম নে নোৱাৰিম। আমি ইমান সহজে এৰা-এৰি হব নোৱাৰোঁ।'

'ঠিক আছে, মই সম্মত।'

লেজনেভে কদিনৰ হাত দুখন খামোচ মাৰি ধৰিলে। লগুৱা জনক মাতি আনি দুপৰীয়াৰ আহাৰ প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিলে; আৰু লগতে 'চেম্পেন'ৰ বটল এটাত অলপ বৰফ দি থবলৈ কলে।

খোৱাৰ সময়ত ৰুদিন আৰু লেজনেভ উভয়ে (মৌন সম্মতি সাপেক্ষে) তেওঁলোকৰ ছাত্ৰ জীৱনৰ কথা পতাত লাগিল ; জীৱিত তথা মৃত বহুতো ব্যক্তি আৰু ঘটনাৰ স্মৃতি মন্থন কৰিবলৈ ধৰিলে। প্ৰথম অৱস্থাত ৰুদিনে মুকলি মনেৰে কথা পাতিব পৰা নাছিল যদিও কেইগিলাচমান পানীয় পেটত পৰাৰ পাছত তেওঁ গৰম হৈ পৰিল আৰু তেওঁৰ মুখেৰে অনৰ্গল কথা ওলাব ধৰিলে। পৰিচাৰকে খাদ্যৰ শেষৰ বিধ পৰিবেশন কৰিলে। খোৱাৰ শেষত লেজনেভে উঠি গৈ দুৱাৰ বন্ধ কৰিলে, আৰু ঠিক ৰুদিনৰ মুখা মুখিকৈ থুতৰিটো হাতৰ ওপৰত ভৰ দি নীৰৱে বহি থাকিল।

'বাৰু আমাৰ শেষ দেখাৰ পাছৰ পৰা আপোনাৰ অৱস্থা সম্পৰ্কে এতিয়া আপুনি মোক কওঁকচোন।'

ৰুদিনে লেজনেভলৈ চালে।

'হে ভগৱান ! বেচেৰা নিচলা মানুহজনৰ কি যে পৰিবৰ্ত্তন !' লেজনেভৰ মনত ভাব হ'ল।

আস্থানত আমি এৰাএৰি হোৱাৰ পাছৰ পৰা ৰুদিনৰ চেহেৰাৰ সামান্যহে পৰিবৰ্ত্তন ঘটিছে, যদিও বাৰ্দ্ধক্যৰ আগমনে তাৰ ওপৰত ৰেখাপাত নকৰাকৈ থকা নাই। তথাপি বহিঃপ্ৰকাশত ইয়াৰ কিছু সলনি পৰিলক্ষিত হৈছে। তেওঁৰ চাৱনিৰ তথা গোটেই মানুহজনৰে পৰিবৰ্ত্তন ঘটিছে ; তেওঁৰ খোজ কাটলত কেতিয়াবা অলস ভাব, কেতিয়াবা খৰতকীয়া গতি ; কথা-বতৰাত কেৱল যে পূৰ্ব্বৰ তেজস্বিতাই নাইকিয়া হৈছে এনে নহয়, লগতে সাৱলীলতাৰো অভাৱ। কবলৈ গলে এই সকলোবোৰৰ মাজেৰে এক নিদাৰুণ অৱসাদ, এক নিথৰ গুপুত বিষাদৰ অব্যক্ত বেদনাৰ অভিব্যক্তি পৰিস্ফুট হৈ উঠিছে — যাৰ জীৱনৰ এটা বিশেষ কালত চৰম আত্মাভিমান আৰু আশা আকঙ্খাৰে উদ্দীপ্ত আন সকলো যুৱকৰ দৰে ৰুদিনৰ জীৱনো জোকাৰি যোৱা অৰ্দ্ধ-কপট বিষাদৰ লগত সমূলি তুলনা নহয়।

ৰুদিনে কলে, — 'মোৰ জীৱনত যি যি ঘটিল সেই কথাকে আপোনাক কম। অৱশ্যে সকলোবোৰ কোৱা অসম্ভৱ নাইবা কোৱাৰ

আৰম্ভণিতে নাই ···· ···· ···· ··· মই বহুদূৰ ঘূৰি ফুৰিলোঁ, যথেষ্ট কষ্ট ভুগিলোঁ — কেৱল শাৰীৰিক ভাৱেই নহয় — মানসিক ভাৱেও। হে ভগবান! সকলো সম্পদ আৰু ব্যক্তিৰ প্ৰতি মোৰ মোহ ভঙ্গ হ'ল! সীমাহীন আসক্তি! ঠিকেই সীমাহীন!' লেজনেভে তেওঁৰ চকুলৈ বিশেষ সহানুভূতিৰে চাই থকা দেখি তেওঁ পুনৰাবৃত্তি কৰিলে। 'মোৰ নিজৰ কথাই কিয়াৰ বাৰু যে মোক শলঠেকত নেপেলালে! ই কেৱল মোকে যে শলঠেকত পেলালে এনে নহয়, বৰং মোৰ লৈতে দৃষ্টি ভঙ্গীৰ মিল থকা সকলেও অনুৰূপ অৱস্থাৰ সন্মুখীন হব লগা হ'ল। মাজে সময়ে মই কেনেকৈ যে শিশু-সুলভ অনুভূতি প্ৰৱনতাৰ পৰা চাবুক মাৰিলেও নেজ নোজোকাৰা ঘোঁৰা এটাৰ দৰে উদাসীন হৈ পৰোঁ। কেনেকৈ সময়ে সময়ে আনন্দ ফূৰ্ত্তি কৰোঁ আশাবাদী হওঁ, যুজ দিওঁ আৰু বৃথাই নিজকে হেয় কৰি তোলোঁ। মাজে মাজে কেনেকৈ মই সাহসী ঈগল চৰাইৰ নিচিনাকৈ তীব্ৰবেগে আগবাঢ়ি যাওঁ আৰু এটা খোলা ভঙা শামুকৰ দৰে মন্থৰ গতিত পিছ হুহকি আহোঁ! কোন ঠাইলৈ মই যোৱা নাই, ক'ত মই ভৰি দিয়া নাই। কিছুমান ঠাই আবৰ্জনাৰে ভৰা। বন্ধু আপুনি জানেনে ··· ··· ··· ···' লেজনেভৰ চকুৰ পৰা চকু আঁতৰাই আনি ৰুদিনে কলে।

কথাৰ মাজতে লেজনেভে কৈ উঠিল 'বাৰু আগতেতো আমাৰ মাজত কোনো ধৰণৰ আনুষ্ঠানিকতা নাছিল ···· ···· ···· ···· আমি আকৌ সেই মুকলি মনৰ অৱস্থা ওভোটাই আনোহঁক ··· ···· ···· আমাৰ সৌহাৰ্দ্যমূলক মঙ্গল কামনা কৰি মদ পান কৰোঁহক।'

ৰুদিন বন্ধুপাৰকৰ হৈ উঠিল। তেওঁ থিয় হ'ল। তেওঁৰ তীব্ৰ চকুৰ চাৱনিয়ে এনে এটা মনোভাৱৰ বহিঃপ্ৰকাশ ঘটালে যাক হয়তো ভাষাৰে বৰ্ণাব নোৱাৰি।

'ভাল, ধন্যবাদ বন্ধু! আমাৰ সৌহাৰ্দ্যৰ মঙ্গলৰ বাবে মদ পান কৰোঁহক!'

লেজনেভ আৰু ৰুদিনে নিজৰ নিজৰ গিলাচৰ পনীয়খিনি শেষ কৰিলে।

'আপুনি জানেনে ?' ইচ্ছাকৃতভাবে মহাশয় শৰ্মাটো মোকোৰা-কৈয়ে হাঁহি মাৰি কদিনে কৰলৈ খৰিছে। 'মোৰ মুক্ত এনে এটা লোক লোৰাইছে যিয়ে মোক খুন্দি খুন্দি খাব খৰিছে আৰু কেতিয়াও মোক শান্তিৰে থাকিব দিয়া নাই। আগতে যিসকল লোক মোৰ প্ৰভাৱত পৰিছিল আজি সকলৰ বিৰুদ্ধে ই মোক প্ৰৰোচিত কৰিছে আৰু তেনেহলত ............ কদিনে আচল কথাটো এবাই মোজাৰ এটা ভাব দেখুৱালে। 'আপোনাৰ লগত মোৰ শেষ দেখা হোৱাৰ পাছৰে পৰা ............ মই নানান অৱস্থাৰ মুখামুখী হলো আৰু তাৰ মাজতে নিজকে চালি-জাৰি চালোঁ ............ জীৱনটোক মই নতুনকৈ গঢ় দিয়াৰ বাবে বাবে বাবে চেষ্টা কৰিলোঁ, নতুন নতুন উদ্যোগ ললোঁ, কিন্তু দেখিছেই নহয় — ই মোক ক'লৈ লৈ গৈছে!'

'আপোনাৰ মনৰ দৃঢ়তাৰ অভাৱ!' লেজনেতে যেনিবা আগভীৰা চিন্তাৰ ভিত্তিতহে মন্তব্য কৰিলে।

'আপুনি ঠিকেই কৈছে। মোৰ মনৰ দৃঢতা নাইকীয়া হৈ গৈছে। এজন সৃষ্টিকৰ্তা হিচাপে মই কেতিয়াও গঢ় লৈ উঠা নাই; আৰু আপুনি ভাবি চাওক কেনেকৈ এজন মানুহ সৃষ্টিকৰ্তা হব পাৰে যিজনৰ সৃষ্টি কৰাৰ কোনো পৰিবেশে নাই; অথচ সেইজনেই নিজৰ ভেটি নিজে স্থাপন কৰিব লাগে। মই মোৰ জীৱনৰ দুঃসাহসী কাৰ্য্য বৰং বিফলতা সম্পৰ্কে সকলোবোৰ আপোনাক কব নোখোজোঁ। কেৱল মোৰ জীৱনত ঘটা দুটামান কথাহে কম। এই ঘটনাবোৰ ঘটিছিল এনে এটা সময়ত যেতিয়া ভাগ্য মোৰ প্ৰতি সুপ্ৰসন্ন হোৱা যেন লাগিছিল বা মই যেতিয়া সফলকাম হোৱাৰ আশা দেখিছিলোঁ। ঘটনা কিন্তু সম্পূৰ্ণ বিপৰীতহে হ'ল।'

আগতে ডাঠ ক'লা চুলিকোচা যতনাই লোৱাৰ দৰে কদিনে তেওঁৰ ইতিমধ্যে পাতল হৈ পৰা পকা চুলিখিনি হাতেৰে ঠিক কৰি ললে।

'বাৰু শুনক!' তেওঁ আৰম্ভ কৰিলে। 'মস্কোত এজন অতি আচৰিত ধৰণৰ ভদ্ৰলোকৰ লগতে মোৰ হঠাতে পৰিচয় হ'ল। তেওঁ

কোনো চৰকাৰী চাকৰীয়াল নহয়, কিন্তু এখন বিৰাট জমিদাৰীৰ মালিক, এজন আঢ্যৱন্ত লোক। বিজ্ঞানৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ। কিহৰ বাবে তেওঁৰ এই আসক্তি মই আজিলৈকে বুজিব নোৱাৰিলোঁ। গৰুৰ পিঠিত ঘোঁৰাৰ জীন লগোৱাৰ দৰে ইও তেওঁৰ বাবে অসহনীয় বোজাহে হৈছে। বিচৰা ধৰণে জ্ঞান আহৰণ কৰিবলৈ তেওঁ বাক কৈয়ে সমকক্ষ নহয়। তেওঁ ভালদৰে কথাই কব নোৱাৰে; তেওঁৰ একমাত্ৰ সামৰ্থ্য হ'ল অৰ্থপূৰ্ণভাবে চকু ঘূৰোৱা আৰু গহীনাই মুখ জোকোৰা। বুজিছে বন্ধু! এনেকুৱা হীন আৰু স্থূল বুদ্ধিসম্পন্ন ব্যক্তি মই আগতে লগ পোৱা নাই—স্মলেনস্ক গুৱাৰ্নিয়াত এনে কিছুমান ঠাই আছে যিবোৰত অ'ত ত'ত কিছুমান ঘাঁহত বাহিৰে আন একোৱে নাই। আনকি কোনো জন্তুৰেও সেইবোৰ নাখায়, বৰঞ্চ দেখিলেই মুখ কোচাই নিয়ে। এনে অকাজী সেইবোৰ। এই মানুহজনেও য'তে হাত দিয়ে তাতে হতাশজনকভাবে বিফল হয় — প্ৰতিটো বস্তুৱে তেওঁৰ মনত ভ্ৰান্তিৰ সৃষ্টি কৰে আৰু তেওঁৰ বাবে অবোধ্য হৈ পৰে। বিশেষকৈ সহজ সৰল কথাবোৰো জটিল কৰি ভবা ভ্ৰষ্ট বুদ্ধিৰ বাবেই এনেকুৱা হবলৈ পায়। বিশ্বাস কৰক, তেওঁৰ ক্ষমতাৰ ভিতৰত থকা হলে মানুহক তেওঁ হাতৰ সলনি ভৰিৰ গেৰুৱাৰে খোৱাতোহে কৰালে-হেঁতেন। তেওঁ অক্লান্তভাবে কষ্ট কৰে, লিখে আৰু পঢ়ে। ভীষণ যত্নপৰতা আৰু একান্ত দৃঢ়তাৰে তেওঁ বিজ্ঞানৰ উপাসনা কৰে। সীমা-হীন উৎকট কল্পনা তেওঁৰ, আৰু প্ৰবৃত্তি তেওঁৰ লৌহ কঠোৰ। তেওঁ নিঃ-সংগ জীৱন যাপন কৰে আৰু এজন অদ্ভুত প্ৰকৃতিৰ মানুহ বুলিয়ে জনাজাত।

'মই তেওঁৰ লগত ঘনিষ্ঠ হৈ উঠিলোঁ—আৰু তেৱোঁ মোক ভাল ভাবেই ললে। সঁচাকৈয়ে শীঘ্ৰে মই তেওঁৰ সাহায্য লাভ কৰিলোঁ — কিন্তু তেওঁৰ উৎকট ধৰ্ম বিশ্বাসে মোক অলপ ক্ষুন্ন কৰিলে। তাৰোপৰি তেওঁৰ আয়ৰ পথ ইমান বিস্তৰ, ইমান ভাল যে তাক তেওঁৰ ভবিষ্যতে সিমানেই ভাল কামত লগাব পৰা গ'লহেঁতেন .... .... ... .... মই তেওঁৰ লগতে থকা মেলা ঠিক কৰিলোঁ আৰু শেষত তেওঁৰ গাঁৱৰ জমিদাৰীলৈকেও গ'লোঁ। মোৰ আঁচনিবোৰ ভয়ংকৰ বন্ধু! মই বহুতো

সংস্কাৰ আৰু নতুন নতুন আৱিষ্কাৰৰ পৰিকল্পনা কৰিলোঁ। ···· ···· ·· ····'

'মেডাম লাচুনক্সায়াৰ ঘৰত আপুনি যিদৰে কৰিছিল ?' এটা অক্স হাঁহিৰে লেঙ্কনেভে কলে।

'অ' নহয়। মই ভালদৰে উপলব্ধি কৰিছিলোঁ যে মেডামৰ ঘৰত মোৰ কথাবোৰ কোনো কামত লগা নাছিল। কিন্তু এইবাৰ ··· ···· এইবাৰ সঁচাকৈয়ে মই এটা মহান সুযোগ পালোঁ ··· ··· ··· ···কৃষি বিজ্ঞান সম্পৰ্কীয় বহুতো কিতাপ মই যোগাৰ কৰিলোঁ। সঁচা কথা নকৈ নোৱাৰোঁ যে সেইবোৰৰ আনকি এখনো কিতাপ মই সম্পূৰ্ণ কৈ পঢ়া নাই আৰু তথাপি কাৰ্য্যক্ষেত্ৰত তাক প্ৰয়োগ কৰা হ'ল। প্ৰথম অৱস্থাত মই আশা কৰা ধৰণে কামবোৰ চলা নাছিল। কিন্তু লাহে লাহে কামবোৰ যেন ঠিকেই সমাধা হৈছিল। নৱলব্ধ বন্ধুজনে মোৰ কাৰ্য্যবোৰ চাই আছিল কিন্তু মুখেৰে একো কোৱা নাছিল। তেওঁ মোৰ কামত হস্তক্ষেপ কৰা নাছিল — ক্ষতি হব পৰা একোৱে কৰা নাছিল। তেওঁ মোৰ পৰামৰ্শ অনুযায়ীয়ে চলিছিল। কিন্তু অনিচ্ছুক-ভাবে আৰু কোনোধৰণৰ বিশ্বাস নকৰাকৈয়ে তেওঁ সেয়া কৰিছিল; আৰু প্ৰায়ে নিজৰ মতলৈ উভটি যোৱা দেখা গৈছিল। নিজৰ প্ৰতিটো ধাৰণাকে তেওঁ অতিশয় মূল্যৱান বিবেচনা কৰিছিল। যেনেকৈ তোমোৰা এটাই তৃণপত্ৰৰ সুক্ষাগ্ৰভাগ ফালি লৈ তাৰ ওপৰত বহি পাখী দুখন ঘমনে মেলি উৰিবলৈ সাজু হওঁতে উবুৰি খাই পৰি যায় আৰু পুনৰ-বাৰ উৰিবলৈ চেষ্টা কৰে, ঠিক তেনেকৈয়ে এই ধাৰণাবোৰক লৈয়ে তেওঁ বাৰে বাৰে বিপাণ্ডত পৰিছিল। এই উপমাবোৰত আচৰিত হব লগীয়া একো নাই। সৌ তাহানিৰ পৰাই এইবোৰে মোৰ মনৰ মাজত হাহাকাৰ কৰি আছে। আৰু সেয়েহে মই দুবছৰ ধৰি যুদ্ধ কৰিলোঁ। কিন্তু মোৰ সকলো চেষ্টা সত্বেও কামৰ অগ্ৰগতি মন্থৰহে হ'ল। ক্ৰমে ক্ৰমে মই বিৰক্ত হৈ পৰিলোঁ; বন্ধুজনাই মোক বেছিহে বিৰক্ত কৰি তুলিলে। মই ব্যঙ্গোক্তি কৰিবলৈ ধৰিলোঁ। কিন্তু তেওঁ যেন মোক শ্বাসৰুদ্ধ কৰি তুলিলে। মোৰ প্ৰতি তেওঁৰ অবিশ্বাস ভিতৰি ভিতৰি প্ৰতিহিংসাত পৰিণত হ'ল; আমি উভয়ে

পৰস্পৰ বিদ্বেষত জৰ্জৰিত হৈ পৰিলোঁ ; কোনো ধৰণৰ সুস্থ আলোচনাৰ অৱকাশ নাথাকিল। মোৰ আঁচনিৰ ভুল ব্যাখ্যাৰ জৰিয়তে অথবা সম্পূৰ্ণ নাকচৰ জৰিয়তে তেওঁ অনবৰত মোক আওপকীয়াকৈ বুজাবলৈ চেষ্টা কৰিলে যে তেওঁ মোৰ প্ৰভাৱ উলাই কৰিছে। শেষত মোৰ উপলব্ধি হ'ল যে জমিদাৰ মহাশয়ক বৌদ্ধিক খোৰাক যোগোৱাৰ বিনিময়ত জীৱিকা নিৰ্বাহ কৰা মই মাথোঁ এজন পৰনিৰ্ভৰশীল প্ৰাণী। সময় আৰু সামৰ্থ্যৰ অপচয় হোৱাটো বুজিব পাৰি মোৰ বৰ তিক্ততা উপজিল। আকৌ এবাৰ মোৰ আশাৰ ওপৰত কুঠাৰঘাত পৰিল। তাৰপৰা গুচি গলে মোৰ কি লোকচান হব তাক মই ভালদৰে বুজিছিলোঁ। কিন্তু তাত থকাটো মোৰ বাবে অসহনীয় হৈ উঠিল। এদিনাখন এটা বৰ দুখজনক আৰু অতি ঘৃণ্য দৃশ্যৰ পাছত, যিটো মই দেখিলোঁ আৰু যিটোৱে মোৰ বন্ধুকো এক অতি অসুবিধাজনক পৰিস্থিতিত পেলালে, মই তেওঁৰ লগত শেষ কাজিয়াখন কৰিলোঁ। ৰুচিয়াৰ ময়দাৰ লগত জাৰ্মানীৰ গুৰৰ মিশ্ৰনত গঢ়ি উঠা আত্মাভিমানী সেই ভদ্ৰলোকজনক দলিয়াই পেলাই গুচি আহিলোঁ।'

ৰুদিনৰ কান্ধত হাতচুখন থৈ লেজনেভে বিৰবিৰাই কলে—'দৈনন্দিন জীৱিকাও দলিয়াই পেলালে!'

'হয়, আকৌ এবাৰ মই গৃহহীন, অন্নহীন আৰু বস্ত্ৰহীন হৈ পৰিলোঁ, ইচ্ছামতে ঘূৰি ফুৰিব পৰা হলো ... ... .... .... অ' আমি এতিয়া মদপান কৰোঁহক!'

'আপোনাৰ সুস্বাস্থ্য কামনা কৰিছোঁ।' লেজনেভে বহাৰ পৰা উঠি ৰুদিনৰ কপালত চুমা খাই কলে। 'পকৰস্কিক স্মৰণ আৰু আপোনাৰ সুস্বাস্থ্য কামনা কৰিছোঁ! সেইজনাৰো দীন-হীনভাৱে জীৱন কটোৱাৰ ধৈৰ্য্য আৰু সাহস আছিল।'

'এইটো হ'ল এক নম্বৰ অভিযান।' ক্ষন্তেক নীৰৱতাৰ পাছত ৰুদিনে কলে। 'আৰু কব লাগিব নেকি?'

'অনুগ্ৰহ কৰি কৈ যাওঁক।'

'অ' মোৰ কোৱাৰ ইচ্ছা নাই। কৈ কৈ ভাগৰি পৰিছোঁ, বন্ধু!

যি হ'ল হ'ল বাক। অন্যান্য বহুতো ঠাইত ঘূৰি ফুৰাৰ পাছত –
প্ৰসঙ্গক্ৰমে কোৱা উচিত হব — কেনেকৈ মই মহামান্য সম্ৰাটৰ এজন
শুভাকাংখী বিষয়াৰ সচিব হিচাবে নিযুক্তি পালোঁ। আৰু ইয়াৰ ফলাফল
কি হ'ল, কিন্তু ই আমাক আকৌ বহুদূৰলৈ লৈ যাব ··· ···· যি কি
নহওঁক, কিবাকিবি বহুতো কৰাৰ পাছত, অৱশেষত মই স্থিৰ কৰিলোঁ।
—অনুগ্ৰহ কৰি নেহাঁহিব — কামৰ মানুহ হবলৈ, এটা ব্যৱহাৰিক জীৱন
যাপন কৰিবলৈ। ঘটনাক্ৰমে মই এজন মানুহৰ লগত পৰিচয় হ'লো।
সম্ভৱ আপুনি তেওঁক জানে, কুৰ্বেয়েভ নামৰ মানুহজন। নামটো শুনি
ধৰিব পাৰিছে নহয় ?'

'নাই, মই তেওঁক নাজানোঁ। কিন্তু কদিন, আপোনাৰ নিচিনা
বুধিয়ক মানুহজনে কিয় সঁচাকৈয়ে বুজা নাছিল যে এয়া আপোনাৰ
কাম নহয় — দ্ব্যৰ্থক শব্দ প্ৰয়োগ বাদ দিয়ক — ব্যৱসায়ী হোৱাতো যে
আপোনাৰ কাম নহয় !'

'এয়া মোৰ কাম নহয়, মই জানোঁ ; কিন্তু তেনেহলে মই কি
কৰোঁ ? কিন্তু যদিহে আপুনি কুৰ্বেয়েভক লগ পালেহেঁতেন ! অনুগ্ৰহ
কৰি তেওঁক এজন কল্পনা-বিলাসী, দায়িত্বহীন অসাৰ ব্যক্তি বুলি ভাবি
নলব বন্ধু। লোকে কয় মোৰ বাগ্মীতা আছে, কিন্তু তেওঁৰ লগত
তুলনা কৰিলে মই একোৱে নহয়। এয়া এজন মানুহ যিজনৰ বিচক্ষণ
জ্ঞান, অগাধ পাণ্ডিত্য আৰু বাণিজ্য আৰু উদ্যোগ সম্পৰ্কীয় সৃষ্টিশীল
চিন্তাই সকলোকে চমক লগায়। অতি সাহসী আৰু অসাধাৰণ
সংকল্পৰে তেওঁৰ মূৰটো ঠাহ খাই আছে। আমি শক্তি সংযোগ কৰিলোঁ
আৰু জনহিতকৰ কামত নিজকে নিয়োগ কৰাৰ কাৰণে স্থিৰ কৰিলোঁ।

'কিনো এইটো ? জানিব পাৰোনে ?'

কদিনে তললৈ চকু নমাই কলে, 'শুনিলে আপুনি হাঁহিব।'

'কিয় ? মই নাহাঁহো দিয়ক।'

চুচুক-চামাক হাঁহি এটাৰে কদিনে কলে, 'কে আয়া গুবাৰ্নিয়াৰ
পৰিবহন ব্যৱস্থা সুচল কৰি তুলিবলৈ আমি স্থিৰ কৰিলোঁ।'

'ইমান ডাঙৰ কাম ! তেনেহলে এই কুৰ্বেয়েভ এজন পুঁজিপতি নেকি ?'

পকা মুৰটো হলাই বিমৰ্ষভাবে ক্ৰদিনে উত্তৰ দিলে। 'তেওঁ মোতকৈও দুখীয়া।'

লেজনেভে খিলখিলাই হাঁহি দিলে ; কিন্তু তৎক্ষনাত নিজকে সংযত কৰি ক্ৰদিনৰ হাতত খামুচি ধৰিলে আৰু কলে, 'ক্ষমা কৰিব, অভিজ্ঞ ল'ৰা ! মই অলপ নিয়ন্ত্ৰনৰ বাহিৰলৈ গ'লোঁ। বাৰু, আপোনাৰ আঁচনিখন কি কাগজতে থাকি গ'ল !'

'একেবাৰে নহয়। আমি ইয়াক কাৰ্য্যকৰী কৰিবলৈ ললোঁ। আমি শ্ৰমিক বন্দবস্ত কৰিলোঁ আৰু কাম আৰম্ভ কৰি দিলোঁ। কিন্তু অলপ দিনৰ ভিতৰতে আমি বহুতো বাধাৰ সন্মুখীন হব লগা হ'ল : এটা হ'ল, মিলৰ মালিক আঁচনিখনৰ প্ৰতি আগ্ৰহান্বিত নাছিল। ডাঙৰ কথা হ'ল যে যন্ত্ৰপাতি অবিহনে নৈখনত আমাৰ কোনো কামেই সম্ভৱ নহয়। আমাৰ হাতত থকা যৎসামান্য ধনেৰে সেইবোৰ কিনিবও নোৱাৰোঁ। এটা পংকিল পৰ্ণশালাত আমি ছমাহ কটালোঁ। অৰ্থাৎ অতি কষ্টেৰে সুদীৰ্ঘ ছয়মাহ অতিবাহিত কৰিলোঁ। কুৰ্বেয়েভে কেৱল কেইটুকুৰামান ৰুটি খায়ে জীৱন কটালে, মোৰো খাবলৈ বুলি যৎসামান্য বস্তুহে আছিল। যিয়ে নহওঁক মোৰ হলে অনুশোচনা অহা নাছিল— ঠাইখনৰ মনোৰম প্ৰাকৃতিক সৌন্দৰ্য্যই মোক মুগ্ধ কৰিছিল। দুখে কষ্টই আমি চেষ্টাৰ ত্ৰুটি কৰা নাছিলোঁ। চিঠি পত্ৰ আৰু জাননীৰ জৰিয়তে সদাগৰ সকলক আমাৰ আঁচনিৰ প্ৰতি আগ্ৰহ জন্মোৱাৰ চেষ্টা কৰিছিলোঁ। ইয়াতে মোৰ শেষ কোপেকটোৱো নিঃশেষ হ'ল।'

লেজনেভে মন্তব্য কৰিলে, 'মোৰ বোধেৰে এইটো একো টান কাম নাছিল।'

'অৱশ্যে নাছিল।' ক্ৰদিনে খিৰিকীৰে বাহিৰলৈ চাই কলে, 'কিন্তু আঁচনিখন, মই শপত খাই কব পাৰো, বেয়া নাছিল ; কাৰ্য্যকৰী কৰিব পৰা হলে ইয়াৰ পৰা যথেষ্ট ভাল ফল পোৱা গ'লহেঁতেন।'

'পিছে কুৰ্বেয়েভৰ কি হ'ল ?' লেজনেভে শুধিলে।

'তেওঁ এতিয়া চাইবেৰিয়াত সোণৰ অনুসন্ধানত। দেখিব তেওঁ আকৌ ভাগ্য ঘুৰাই আনিব ; তেওঁ ব্যৰ্থ নহয়।'

'সেইটো হব পাৰে। কিন্তু আপুনি কেতিয়াও আপোনাৰ ভাগ্য ঘূৰাব নোৱাৰিব।'

'মই ? অ' ভাল বাক ! অৱশ্যে আপুনি মোক সদায় কামত নলগা মানুহ বুলিয়ে ভাবে।'

'আপোনাক —এজন অকাজী বুলি ? আহক, হে অভিজ্ঞ ল'ৰা ! এটা সময় আছিল যেতিয়া মই আপোনাৰ দুৰ্বল দিশটোহে দেখিছিলোঁ ; কিন্তু বিশ্বাস কৰক, এতিয়া মই আপোনাৰ প্ৰকৃত যোগ্যতা বুজি পাইছোঁ। আপুনি আপোনাৰ ভাগ্য পৰিবৰ্ত্তন কৰিব নোৱাৰে আৰু সেয়েহে মই আপোনাৰ প্ৰতি সহানুভূতিশীল, বাককৈয়ে সহানুভূতিশীল।'

এটা ক্ষীণ হাঁহি মাৰি কদিনে কলে, আপুনি সহানুভূতিশীল !'

লেজনেভে পুনৰ কলে, 'সঁচাকৈয়ে আপুনি মোক বুজে, আৰু সেয়েহে মই আপোনাক শ্ৰদ্ধা কৰোঁ।'

অলপ সময় উভয়ে নীৰৱ হৈ ৰ'ল।

'বাক মই এতিয়া তিনি নম্বৰটোলৈ আগবাঢ়িমনে ?

'মোৰ প্ৰতি সেইখিনি সদয় হওঁক।'

'তেন্তে বৰ ভাল কথা। তৃতীয়টো আৰু মোৰ শেষৰটো অভিযান, অলপতে এইটোৰ পৰিসমাপ্তি ঘটিছে। কিন্তু আপোনাক বিৰক্তি কৰা নহয়তো ?'

'কৈ যাওক।'

কদিনে আৰাম্ভ কৰিলে। 'বুজিছে, এটা অলস মুহূৰ্ত্তত, সদায় তেনে সময় মোৰ প্ৰচুৰ, মোৰ মনলৈ এটা ভাব আহিল। সেইটো এনেধৰণৰ — কৰলৈ হলে, মই সামূহিক মংগলৰ বাবে সদায় যত্নবান সুশিক্ষিত মানুহ — এই কথা মই দৃঢ়ভাবে কব পাৰোঁ, সম্ভৱতঃ আপুনিও অস্বীকাৰ নকৰিব, কৰিব জানো ?'

'নিশ্চয় নকৰোঁ।'

'আন আন বহুতো ক্ষেত্ৰত মই ব্যৰ্থ হলোঁ। (..........) অবাবত জীৱন কটোৱাতকৈ কিয় মই গুৰুগিৰি, সৰলাৰ্থত শিক্ষকতাকে জীৱনৰ

পেচা হিচাপে নলওঁ ?' এটা হুমুনিয়াহৰ পাছত কদিনৰ মাজটো শুনা গ'ল। 'অবাবত জীৱন কটোৱাতকৈ আনৰ মাজত মোৰ জ্ঞান বিলাই দিয়াতো জানো উচিত নহব ? সম্ভৱতঃ আনেও তাৰ পৰা উপকৃত হব। মই নিজেই কওঁ যে মোৰ সামৰ্থ্য, বুদ্ধি-বৃত্তি সৰ্ব্বসাধাৰণতকৈ নিশ্চয় বেছি আৰু, মূঠৰ ওপৰত, মোৰ মুখত ক্ৰুত ভাষা আছে .... .... সেয়েহে মই এই নতুন কামত নিজক নিযুক্ত কৰাটোকে স্থিৰ কৰিলোঁ। নিযুক্তি পোৱাত মই বহুতো অসুবিধা আৰু কষ্ট ভোগ কৰিব লগীয়া হ'লো। ব্যক্তিগত পাঠদানৰ ইচ্ছা মই নকৰিলোঁ ; নিম্ন বিদ্যালয়তো মোৰ একো কৰিব লগীয়া নাই। অৱশেষত ইয়াৰে 'জিমনাচিয়াম'ত শিক্ষকৰ নিযুক্তি পোৱাত মই কৃতকাৰ্য্য হলোঁ।'

'কিহৰ শিক্ষক ?' লেজনেভে সুধিলে।

'ৰুচ সাহিত্যৰ। নকৈ নোৱাৰো যে মই কেতিয়াও আন কোনো কাম ইমান উৎসাহ আৰু ইমান আগ্ৰহেৰে কৰিবলৈ লোৱা নাছিলোঁ। তৰুণ সকলৰ মনক গঢ় দিয়াৰ চিন্তাই মোক অনুপ্ৰানিত কৰিছিল। প্ৰাৰম্ভিক বক্তৃতাটো প্ৰস্তুত কৰি লিখি লওঁতে মোৰ তিনি সপ্তাহ সময় লাগিছিল।'

লেজনেভে মাজতে সুধিলে, 'ইয়াৰ প্ৰতিলিপিটো আপোনাৰ হাতত আছেনে ?'

'নাই ক'ৰবাত হেৰাই গ'ল। বক্তৃতাটো বৰ ভাল হৈছিল, মই সফল হৈছিলোঁ। শ্ৰোতাসকলৰ মুখবোৰলৈ চাই দেখিছিলোঁ যে মৃদু, তৰুণ মুখবোৰ মনোযোগ, সহানুভূতি, আনকি বিস্ময়ত উদ্ভাসিত। মই বক্তৃতা মঞ্চত উঠি বেচ উত্তেজনাৰে বক্তৃতা দিছিলোঁ। ঘণ্টাধিক সময় লাগিব বুলি মই ভাবিছিলোঁ কিন্তু বিশ মিনিটতে মোৰ পঢ়া শেষ হৈছিল। সেই সময়ত পৰিদৰ্শক মহোদয় তাত উপস্থিত আছিল। চকুত ৰূপালী ফ্ৰেমৰ চশমা আৰু মূৰত সৌন্দৰ্য্যবৰ্দ্ধক চুটি চুলি ঢাকনিৰে কৃশ বৃদ্ধ পৰিদৰ্শকজনে মোৰ কথাবোৰ বেছি ভালকৈ শুনাৰ কাৰণে গহীন খোজেৰে মাজে সময়ে আগুৱাই আহিছিল। বক্তৃতা শেষ কৰি মঞ্চৰ পৰা নামি অহা সময়ত তেওঁ মোক কৈছিল, 'ভালেই হৈছে, কিন্তু বিষয়টোৰ ওপৰত খুব কম গুৰুত্ব

দিয়া হৈছে ;  বৰং ভাষাৰ বহ্বাড়ম্বৰ হৈছে আৰু বুজিবলৈও সহজ হোৱা নাই।' কিন্তু ছাত্ৰসকলে নিঃসন্দেহে শ্ৰদ্ধাশীল চাৱনিৰে মোৰ কথাবোৰত মনোযোগ দিছিল। অৰ্থাৎ যুৱকসকলক মোৰ বক্তৃতাই ইমানেই আচৰিত ধৰণে অভিভূত কৰি তুলিছিল! মই মোৰ দ্বিতীয় আৰু তৃতীয় বক্তৃতা দুটাও লিখি প্ৰস্তুত কৰিছিলোঁ। — .... .... ⁝ তাৰ পাছত তাৎকালীন বক্তৃতা আৰম্ভ কৰি দিলোঁ।'

'এয়ে নেকি সফলতা ?'

'এক উল্লেখযোগ্য সফলতা। মই অন্তৰ ঢালি সিঁহতক শিকাইছিলোঁ। সিঁহতৰ মাজৰ তিনি চাৰিজনমান ল'ৰা সঁচাকৈয়ে বৰ বুধিয়ক ; বাকী-বোৰে কাচিৎহে মোৰ কথাবোৰ বুজি পাইছিল। তথাপি স্বীকাৰ কৰিব লাগিব যে আনকি ভালকৈ বুজা কেইজনেও মাজে মাজে প্ৰশ্ন কৰি মোক কিছু অসুবিধাত পেলাইছিল। কিন্তু তাৰদ্বাৰা মই হতাশ হোৱা নাছিলোঁ। সকলোৱে মোক ভাল পাইছিল ; পৰীক্ষাত সিঁহতক মই পূৰা নম্বৰ দিছিলোঁ। তাৰপাছত মোৰ বিৰুদ্ধে এটা ষড়যন্ত্ৰ চলিল — নহয়, মোৰ ভুল হৈছে। এইটো ষড়যন্ত্ৰ নাছিল — মইহে ঠিক স্বাভাৱিক অৱস্থাত নাছিলোঁ। সেয়েহে আনবোৰ বিৰক্ত হৈ পৰিছিল আৰু মোকো অতীষ্ঠ কৰি তুলিছিল। মই যেনেকৈ 'জিমনাচিয়াম'ৰ ছাত্ৰসকলৰ আগত বক্তৃতা দিছিলোঁ আনকি বিশ্ব-বিদ্যালয়ৰ ছাত্ৰসকলৰ আগতো তেনেকৈ বক্তৃতা দিয়া নহয়। মোৰ বক্তৃতাৰ সাৰমৰ্ম শ্ৰোতাসকলে কমেই আয়ত্ত কৰিব পাৰিছিল .... .... .... কথাটো মই সম্পূৰ্ণৰূপে বুজা নাছিলোঁ। তদুপৰি মোৰ ওপৰত ন্যস্ত কামখিনিত মই সন্তুষ্ট হব পৰা নাছিলোঁ। আপুনি জানেই নহয়, সি মোৰ মনৰ দুৰ্বলতা মাথোঁন। মই মৌলিক সংস্কাৰৰ বাবে উঠি পৰি লাগিছিলোঁ ; আৰু মই শপত খাই কব পাৰোঁ যে সি কৃতি-সাধ্য আৰু ব্যৱহাৰ্য্য আছিল। মই প্ৰধান শিক্ষক মহোদয়ৰ জৰিয়তে সেইটো সমাধা কৰাৰ আশা কৰিছিলোঁ। তেখেত এজন সৎ আৰু সাধু প্ৰকৃতিৰ লোক, প্ৰথম অৱস্থাত তেখেতৰ ওপৰত মোৰ কিছু প্ৰভাবো নপৰা নহয়। তেখেতৰ ঘৈণীয়েকে মোক সহায়ো কৰিছিল। সঁচাকৈয়ে

বন্ধু ! মোৰ জীৱনত তেখেতৰ দৰে গুণী মহিলা খুব কমেই লগ পাইছোঁ । বয়স তেখেতৰ ত্রিশ বছৰতকৈ অলপ বেছি । সততা তেখেতে ভাল পাইছিল আৰু এজনী পোৰুৰ বছৰীয়া ছোৱালীৰ দৰে আগ্রহেৰে সকলো সুন্দৰ বস্তুকে আদৰ কৰিছিল ; তাৰোপৰি যিকোনো মানুহৰ আগতে নিজৰ বিশ্বাসৰ কথা কবলৈ সমূলি ভয় নকৰিছিল । তেখেতৰ মহান আগ্রহ আৰু আত্মাৰ পবিত্রতাৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ । তেখেতৰ পৰামর্শ অনুযায়ী মই এখন আঁচনি প্রস্তুত কৰিছিলোঁ ...... কিন্তু তেখেতৰ চকুত মোক হেয় প্রতিপন্ন কৰি সিহঁতে মোৰ সকলো আঁচনিত বাধাৰ সৃষ্টি কৰিলে । চোকা কিন্তু খিটখিটীয়া স্বভাৱৰ চুটি-চাপৰ অংকৰ শিক্ষক এজনে মোৰ আটাইতকৈ বেছি অন্যায় কৰিলে । পিগাচভৰ দৰে এইজনেও একোতে বিশ্বাস নকৰে । কিন্তু যোগ্যতাৰ ফালৰ পৰা পিগাচভতকৈ তেওঁ বহু ওপৰত । ........ প্রসংগক্রমে, পিগাচভ কেনে আছে, জীয়াই আছেনে ?'

'হয় আছে ; আপুনি হয়তো ভাবিবই নোৱাৰিব, তেওঁ এগৰাকী নগৰীয়া মহিলাক বিয়া কৰালে আৰু শুনা যায় মহিলাগৰাকীয়ে হেনো তেওঁক মাৰধৰো কৰে ।'

'তেওঁৰ বাবে ঠিকেই হৈছে । বাৰু নাটালিয়া লাচুনস্কায়াৰ স্বাস্থ্য ভালে আছেনে ?'

'হয় ।'

'সুখীনে ?'

'হয় ।'

কদিন ক্ষন্তেক নীৰৱ হৈ পৰিল আৰু তাৰপাছত কবলৈ ধৰিলে, 'মই ক'ত এৰিলোঁ ? অ' মনত পৰিছে ! সেই অংকৰ শিক্ষকজন । সেইজন মোৰ প্রতি বিদ্বেষভাবাপন্ন আছিল ; তেওঁ মোৰ বক্তৃতাবোৰ আভাচৰাজীৰ লগত তুলনা কৰিছিল । মোৰ কিছু খোকোজা থকা উক্তিবোৰক লৈ নানা গুজৱ তুলিছিল । এবাৰ ষোড়শ শতিকাৰ মহাকাব্যৰ পৰা মই দিয়া উদ্ধৃতি এটাত তেওঁ ভুল ধৰিলে ........ কিন্তু অতি নিকৃষ্ট কথা হ'ল যে মই উদ্দেশ্যপ্রনোদিতভাবে তেনে

উদ্ধৃতি দিয়া বুলি তেওঁ সন্দেহ কৰিলে । আজাপিনেবে খোচ মাৰি চাবনৰ ফেনত উঠা জলবিম্ব এটা ভাঙি পেলোৱাৰ দৰে, মোৰ শেষ আশাকনো তেওঁ হঠাতে নিঃশেষ কৰি পেলালে । পৰিদৰ্শক মহোদয়ে মোৰ বিৰুদ্ধে প্ৰধান শিক্ষকক লগাই দিলে । অৱশ্যে পৰিদৰ্শক মহোদয়ৰ লগত আৰম্ভনীৰে পৰা মোৰ সম্ভাৱ নাছিল । প্ৰধান শিক্ষকৰ ওচৰত মই নতি স্বীকাৰ নকৰিলোঁ, ধৈৰ্য্য হেৰাই গ'ল আৰু এটা দুৰ্ঘটনা ঘটিল । সমস্ত ঘটনা কৰ্তৃপক্ষই জানিলে আৰু মোক পদত্যাগ কৰাৰ বাবে জোৰ কৰিলে । কথা মই ইমানতে নেৰিলোঁ ; ময়ো সিহঁতক দেখুৱাব বিচাৰিলোঁ যে মোক তেনে ব্যৱহাৰ কৰিলে নচলিব ··· ··· ···· ·· কিন্তু ঘটনাৰ পাকচক্ৰত মই ···· ···· ··· ···· এতিয়া আৰু মই এই চহৰত নাথাকোঁ ।'

ৰুদিন নীৰৱ হৈ গ'ল । উভয় বন্ধুৱে তলমূৰ হৈ বহি থাকিল ।

ৰুদিনেই নীৰৱতা ভংগ কৰি প্ৰথমে কথা আৰম্ভ কৰিলে । 'বাৰু বন্ধু !' তেওঁ কলে, 'কণ্টচভৰ কবিতাৰ শাৰী কেইটা মই এতিয়াও গাই দিব পাৰোঁ : 'হে যৌৱন, তুমি মোৰ জীৱনলৈ আনিলা অশেষ যাতনা, আৰু এতিয়া মোৰ বাবে নাই কতো উন্মুক্ত মুক্তিৰ পথ ।' তথাপি কিয় কোৱা হয় যে মই একোৰে যোগ্য নহয়, এই পৃথিবীত মই কৰিব পৰা একোৱে নাই ? মাজে মাজে মই নিজকে এই প্ৰশ্ন সোধোঁ আৰু যিমানেই মোৰ নিজা দৃষ্টিত নিজকে সৰু কৰি চাবলৈ চেষ্টা কৰোঁ সিমানে মই অনুভৱ নকৰি নোৱাৰোঁ যে আনৰ নোহোৱা বহুতো শক্তি বা ক্ষমতাৰ মই অধিকাৰী । তেনেহলে কিয় এই শক্তি নিস্ফল হৈ ৰব ? স্মৰণ কৰক, আপুনি আৰু মই যেতিয়া প্ৰবাসত আছিলোঁ তেতিয়া মোৰ কথাবোৰ অলীক আৰু সম্পূৰ্ণৰূপে কাল্পনিক আছিল । সঁচাকথা, সেইসময়ত মই মোৰ লক্ষ্য সম্পৰ্কে সম্পূৰ্ণ সচেতন নাছিলোঁ, কেৱল অন্ধকাৰত খেপিয়াই ফুৰিছিলোঁ । কিন্তু এতিয়া, শপত খাই কৈছোঁ, মোৰ লক্ষ্য কি তাক সকলোৰে আগত চিঞৰি চিঞৰি কব পাৰোঁ । মোৰ লুকুৱাবলগীয়া একোৱে নাই । প্ৰকৃত অৰ্থত মই পূৰাদমে এজন সৎ অভিপ্ৰায় সম্পন্ন ব্যক্তি । মই বিনীতভাৱে অৱস্থাৰ

লগত নিজকে খাপ খুৱাই চলিব খোজোঁ। চাহিদাও মোৰ নিচেই কম। যিমানে সামান্য নহওঁক, নিম্নক কিবা এটা কামত লগাব খোজোঁ; মই উদ্দেশ্য সাধন কৰিব বিচাৰোঁ, যাৰ বাবে মই বহুদূৰ অতিক্ৰম কৰিবও নালাগে। কিন্তু নাই, মই নোৱাৰোঁ! কিন্তু কিয়? আন আন মানুহৰ দৰে জীৱন ধাৰণ আৰু জীৱিকা নিৰ্বাহৰ পৰা কিহে মোক ···· ···· ·· ? বৰ্ত্তমান এইবোৰে মই চিন্তা কৰি থাকোঁ। কিন্তু মই এটা নিৰ্দ্দিষ্ট অৱস্থাত উপনীত নৌহওঁতেই, এটা কল্পিত লক্ষ্যাত উপনীত হোৱাৰ আগতে ভাগ্যৰ পৰিহাসত মোৰ বিচ্যুতি ঘটে ··· ··· ··· ·· ভাগ্যৰ ওপৰত মোৰ ভয় উপজিল ···· ···· ···· ···· এইটো কিয়? মোৰ এই সমস্যাৰ সমাধান কৰি দিয়ক!'

'অৱশ্যে সমস্যা।' লেজনেভে পুনৰাবৃত্তি কৰিলে। 'হয় আপুনি সদায়ে মোৰ কাৰণে এটা সমস্যা। আনকি আমাৰ ডেকা কালতো, এটি সামান্য ঘটনাৰ পাছতে, আপুনি হঠাতে মোক এনেধৰণে বাৰে বাৰে কৈছিল — হয়তো মোৰ অন্তৰ জয় কৰিবলৈ। মই কি ভাবিছিলোঁ আপুনি জানে ···· · ···· আনকি তেতিয়াও মই আপোনাক বুজি পোৱা নাছিলোঁ। সেয়েহে আপোনাক মই বেয়া পাইছিলোঁ। কিন্তু আপোনাৰ শক্তি ইমান মহান, লক্ষ্যাত উপনীত হোৱাৰ বাবে কৰা কঠোৰ পৰিশ্ৰম ইমান অক্লান্ত — — '

'কথা কেৱল কথা! কৰা কিন্তু একোৱে নহয়!' হঠাতে ৰুদিনে কৈ উঠিল।

'কৰা নাই জানো? কৰিবলগীয়াখিনি কৰা নাই জানো?'

'মনত আছেনে — প্ৰয়োজনস্তভে এজনী অন্ধ বৃদ্ধা আৰু তেওঁৰ পৰিয়ালৰ আন আন সকলক পালন কৰাটোকে কাম বুলি ভাবিছিল। সেইটোৱো কিবা কৰা হলনে?'

'কথাটো হয়। কিন্তু ভাল কথা এটাও এটা ভাল কামেই।' ৰুদিনে লেজনেভলৈ নীৰৱে চাই থাকিল আৰু লাহে লাহে মূৰ জোকাৰিলে। লেজনেভেও যেন কিবা কব খুজিলে আৰু হাতেৰে মুখখন মোহাৰি ললে। শেষত তেওঁ কলে, 'বাৰু আপুনি আপোনাৰ গাৱঁলৈ যাবৈ নেকি?'

'মই যাম।'

'কিন্তু তাত জানো এতিয়াও আপোনাৰ সা সম্পত্তি কিবা আছে?'

'হয়, এক অংশ এতিয়াও আছে। কেইজনমান ভূমিদাস আৰু এটা জৰাজীৰ্ণ পঁজাও আছে (দেহত্যাগ কৰাৰ কাৰণে এডোখৰ নিভৃত স্থানো আছে।) এই মুহূৰ্ত্তত আপুনি হয়তো ভাবিছে 'আনকি এতিয়াও তেওঁ গহিত কথাবোৰ নোকোৱাকৈ নোৱাৰে!' সঁচাকথা যে এই কথাই মোৰ সৰ্বনাশৰ মূল, ইয়ে মোক সৰ্বস্বান্ত কৰিলে। তথাপি আজিলৈকে মোৰ অভ্যাস সলনি নহ'ল। কিন্তু মই এতিয়া যি কৈছোঁ সি কেৱল কথাৰ কথাই নহয়। সেইবোৰ হ'ল বয়সৰ আচোৰ লগা শুভ্ৰ কেশ, ক্লান্তিৰ সাক্ষ্য কপালৰ আঁচবোৰ আৰু শ্ৰান্ত জড়াজীৰ্ণ কিলা-কৃটি। আপুনি সদায় মোক কঠোৰভাবে সমালোচনা কৰে, কিন্তু অন্যায় ভাবে নহয়। কিন্তু যেতিয়া সকলো নিঃশেষ হৈ গ'ল, যেতিয়া চাকিত তেল নোহোৱা হৈ পৰিছে আৰু শলিতাডালেও ইতিমধ্যে নুমাই যোৱাৰ পূৰ্ব মুহূৰ্ত্তত টিমিক টামাক লগাইছে. তেতিয়া আৰু সেইবোৰৰ প্ৰয়োজনেই বা ক'ত ···· ···· ···· ···· অৱশেষত বন্ধু! মৃত্যুৱে সকলো মীমাংসা কৰিব — — '

লেজনেভ জপিয়াই উঠিল আৰু আবেগত চিঞৰি কলে, 'ৰুদিন! সেই কথা আপুনি মোক কেলেই কৈছে? মই এই কথা শুনিব নালাগিছিল। মই কি ধৰণৰ এজন বিচাৰক বা মানুহে হম যদিহে ভগ্ন গাল আৰু কপালৰ আঁচ দেখিয়ে 'গহিত কথাৰ' কথা ভাবোইক! আপোনাৰ বিষয় মই কি ভাবোঁ সেইটো জানিবলৈ আপুনি ইচ্ছা কৰেনে? যদি কৰে, তেনেহলে মই কম: এইজন এজন মানুহ, মই ভাবোঁ, যিজনে ইমান শক্তি আৰু সামৰ্থ্যৰে কি কৰিব নোৱাৰিলেহেঁতেন, কি প্ৰভূত সম্পদৰাজিৰ গৰাকী হব নোৱাৰিলেহেঁতেন যদিহে তেওঁ সেইবোৰ বিচাৰিলেহেঁতেন! কিন্তু সেইজন আজি ক্ষুধাতুৰ, গৃহহীন — '

'আপুনি মোক পুতৌ কৰিছে।' গহীন মাতেৰে ৰুদিনে কলে।'

'নহয়, এনেকৈ ভবাটো ভুল হৈছে। মই আপোনাক শ্ৰদ্ধা

কৰোঁ — ইমানেই। কিহৰ বাবে আপুনি আপোনাৰ জমিদাৰ বন্ধুজনৰ লগত কেইটামান বছৰো থাকিব নোৱাৰিলে ? মোৰ বিশ্বাস তেওঁ আপোনাৰ ভাগ্য নিৰ্মানত সহায়ক হ'লহেঁতেন, যদিহে আপুনি তেওঁক লৈ ৰসিকতা কৰা স্বভাৱটো এৰিলেহেঁতেন। কিয় আপুনি 'জিমনা-চিয়াম'ত মিলি-জুলি থকাত অসমৰ্থ হ'ল ? কিয় আপোনাৰ দৰে সুচতুৰ মানুহ এজনে নিজক নিয়োজিত কৰা প্ৰতিটো উদ্যোগ, উদ্দেশ্য যিয়ে নহঁওক লাগিলে ব্যক্তিগত স্বাৰ্থ বলিদান দি, প্ৰবাসত খোপনি পুতিবলৈ অস্বীকাৰ কৰি, একেবাৰে শেষ কৰি দিলে ?'

'অস্থিৰতাৰ বাবেই মোৰ জন্ম।' এটা শীতল হাঁহি মাৰি ৰুদিনে কলে। 'অস্থিৰতাই মোক এৰি নিদিয়ে।'

'সঁচা। কিন্তু সেয়া আপুনি কোৱাৰ দৰে আপোনাৰ ভিতৰৰ পোকটোৰ কাৰণে নহয় .... ... .... .... ই কোনো পোকো নহয়, আত্মাৰ বৃথা উৎকণ্ঠাও নহয়। সত্যৰ প্ৰতি থকা প্ৰবল অনুৰাগে আপোনাৰ অন্তৰ দেই পুৰি মাৰে। যিসকল আত্ম-সৰ্ব্বস্ব ব্যক্তি নহয় আৰু সম্ভৱতঃ আপোনাৰ বুদ্ধি বিকাৰ স্বত্বেও আপোনাক এজন দুঃসাহসীক ব্যক্তি বুলিয়ে ভাবে তেওঁলোকতকৈ আপোনাক বহু বেছি গুণে অনুৰাগ ক্লিষ্ট বুলি মই ভাবোঁ। আপোনাৰ অৱস্থাত মই থকা হলে বহু আগতে মোৰ ভিতৰৰ পোকটো নিস্তব্ধ কৰি দিলোহেঁতেন আৰু সকলোৰে লগত নিজকে খাপ খুৱাই ললোহেঁতেন। যিহেতু এনে অৱস্থাতো আপুনি সমূলি ভিক্ত হৈ উঠা নাই, মোৰ বিশ্বাস, এজন যুৱকৰ সকলো উৎসাহ-উদ্দীপনাৰে আকৌ আপুনি কোনো নতুন অভিযানত নামি পৰিব !'

'নহয় বন্ধু ! মই ভাগৰি পৰিছো।' ৰুদিনে বিৰবিৰাই কলে। 'মোৰ যথেষ্ট হৈছে।'

'ভাগৰি পৰিছে ! আন যিকোনো হোৱা হলে বহু আগতে মৰি থাকিলহেঁতেন। আপুনি কৈছে মৃত্যুৱে সকলো সমাধান কৰে ; কিন্তু ভাবি চাইছেনে যে ই জীৱনৰ আচল কথা নহয়। যিজনে বন্ধু-বান্ধৱৰ মাজতে জীয়াই থাকে কিন্তু সেই সকলৰ প্ৰতি সহিষ্ণু হবলৈ শিকা

নাই তেওঁ জীৱনত কেতিয়াও আনৰ পৰা সহিষ্ণুতা পাব নোৱাৰে। কোনে কব পাৰে যে আনৰ সহনশীলতা অবিহনেও তেওঁ চলিব পাৰে? যোগ্যতা অনুসৰি যিমানদূৰ সম্ভৱ আপুনি কৰিছে, শেষলৈকে যুঁজিছে .... .... আৰু কি বেছি কৰিব পাৰিলেহেঁতেন? আমাৰ পথ পৃথক পৃথক—"

"বন্ধু! আপুনি সম্পূর্ণ এজন বেলেগ মানুহ।" কদিনে এটা হুমুনিয়াহ কাঢ়ি মাজতে কলে।

'আমাৰ পথ বেলেগ বেলেগ।' লেজনেভে কৈ গ'ল। 'মোৰ ভাগ্য, উদাসীন স্বভাৱ আৰু অন্যান্য-সৌভাগ্যৰ অৱস্থাবোৰক ধন্য। সম্ভৱতঃ এইবোৰৰ কোনোটোৱে প্রতিবন্ধকতাৰ সৃষ্টি নকৰা কাৰণেই নিশ্চয় মই কোচত হাতদুখন থৈ দৰ্শকৰ আসনৰ পাছৰ শাৰীত বহি থাকিব পাৰিছোঁ; আৰু আপুনি পথাৰলৈকে গৈ চোলাৰ হাত কোঁচাই কাম কৰিবলৈ বাধ্য হৈছে। অর্থাৎ মই যেতিয়া ভাগ্য, স্বভাৱ আৰু আন আন অৱস্থাৰ বাবেই এটা সৰল সহজ জীৱন যাপন কৰিছোঁ তেতিয়া আপুনি জীৱন যুদ্ধত হাবাথুৰি খাইছে। আমাৰ পথ পৃথক পৃথক........ কিন্তু তথাপি আমি পৰস্পৰে কিমান অন্তৰংগ। আমি প্রত্যেকেই কথা কওঁতে প্রায় একে ভাষাই ব্যৱহাৰ কৰোঁ; পৰস্পৰে পৰস্পৰৰ কথাৰ মৰ্ম তৎকালেই বুজি পাওঁ, আৰু একে আদৰ্শেৰে ডাঙৰ দীঘল হৈছোঁ। বন্ধু-বান্ধৱৰ বহুতে আমাক এৰি গুচি গ'ল। হেৰি অভিজ্ঞ লৰা, আপুনি আৰু ময়ে অৱশ্যে 'মহিকান' (যুঁজাৰু) সকলৰ ভিতৰত এতিয়াও জীৱিত। সৌ অতীতৰ দিনবোৰত আমাৰ মতানৈক্য ঘটিছিল, কেতিয়াবা হয়তো কাজিয়াও কৰিছিলোঁ। তেনে এটা জীৱনৰ স্মৃতি এতিয়াও আমাৰ মনত ভাহি আছে। আৰু এতিয়া, যেতিয়া আমাৰ শ্ৰেণীৰ সংখ্যা লাহে লাহে কমি গৈছে; যেতিয়া নতুন পুৰুষে অন্য এটা লক্ষ্যত উপনীত হোৱাৰ দৃঢ় সংকল্পৰে আমাক অতিক্রম কৰি যাব ধৰিছে, আমিও সময়ৰ লগত খোজ মিলাব লাগিব, যিটো আমি আগতে কোনোদিনে কৰা নাই। অভিজ্ঞ ল'ৰা! এতিয়া আমি পানীয়ৰ গিলাচত ঠন্ ঠন্ শব্দ কৰি মদ পান কৰোহঁক আৰু আমি

সৌ তাহানি গোৱা 'গদিমাছ ইগিটুৰ' গাওইঁক ।"

উৎকৃষ্টতম ৰুচীয় পদ্ধতিৰে বন্ধু তুগৰাকীয়ে গিলাচত ঠন্ ঠন্ শব্দ কৰি আবেগ অভিভূত হৈ অতীতত ছাত্ৰাৱস্থাত গোৱা গীতটো বেসুৰীয়াকৈ গাব ধৰিলে ।

লেজনেভে কলে, "আপুনি এতিয়া গাবলৈ যাব, কিন্তু মুহূৰ্ত্তৰ বাবেও মই বিশ্বাস কৰিব নোৱাৰোঁ যে আপুনি তাত দীৰ্ঘকাল থাকিব পাৰিব । মই ভাবিবই নোৱাৰোঁ যে ক'ত কেনেকৈ আপুনি নিজকে নিঃশেষ কৰি দিব । কিন্তু মনত ৰাখিব, আপোনাৰ যিয়ে নঘটক লাগিলে, আপোনাৰ কাৰণে আশ্ৰয় লব পৰা এটা আশ্ৰয় গৃহ, এডোখৰ ঠাই সদায়ে আছে । মই মোৰ ঘৰৰ কথাকে কৈছোঁ.... ... অভিজ্ঞ ল'ৰা শুনিছেনে? অক্ষম সৈনিক সকলেও ভাৱে যে সিহঁতকো একোখন ঘৰ লাগে ।"

ৰুদিন উঠিল । "ধন্যবাদ, বিশিষ্ট বন্ধু !"—তেওঁ কলে । "ধন্যবাদ, আপোনাৰ বদান্যতা মই কেতিয়াও নাপাহৰো । কিন্তু মই ইয়াৰ কাৰণে অযোগ্য । মই গোটেই জীৱন অবাবত কটালোঁ । যিধৰণে চিন্তা কৰিব লাগিছিল সেইধৰণে মোৰ কৰা নহল "

"শান্ত হওঁক !" লেজনেভে কলে । "মানুহ অৱস্থাৰ দাস । গতিকে অৱস্থাক বাদ দি এজন মানুহৰ পৰা খুব বেছি বিচৰাতো অযুগুত । আপুনি নিজেই এজন অপৰা ইহুদী বুলি কৈছে— আপুনি কেনেকৈ জানিব— হয়তো অনাই-বনাই ঘূৰি ফুৰাটো আপোনাৰ ভাগ্যাৰে লিখন । সম্ভৱতঃ তেনেকৈ ভ্ৰমি ফুৰিয়ে অজ্ঞাতে আপুনি এটা মহান উদ্দেশ্য সাধন কৰিছে । জন-বিশ্বাসত আমি সকলো ঈশ্বৰৰ হাততে বুলি কোৱা কথাষাৰত একো আচৰিত হবলগীয়া নাই । আপুনি যাব গুলালেই নেকি ?" ৰুদনে টুপীটো তুলি লোৱা দেখি লেজনেভে সুধিলে । "ৰাতিটো ইয়াত নকটাব নেকি ?"

"মই আহিলোঁ ! বিদায়, ধন্যবাদ ! হয়, মোৰ পৰিণাম হয়তো বেয়াই হব ।"

"সেইটো কেৱল ভগবানেহে জানে । আপুনি এতিয়া যাবই নেকি ?"

'হয়। বিদায়! দয়াকৰি মোক মনত ৰাখিব।'

'ভাল, মোৰ বিষয়েও দয়াকৰি চিন্তা কৰিব ··· ··· ··· ··· আৰু মই কোৱা কথাখিনি পাহৰি নাযাব। বিদায়!'

দুয়ো বন্ধুৱে আলিংগন কৰিলে। ৰুদিন তত্তাতৈয়াকৈ ওলাই গ'ল। বহুসময় ধৰি কোঠাটোৰ ভিতৰতে ঘূৰি ফুৰি খিৰিকীৰ সমুখত লেজনেভ বৈ গ'ল আৰু চিন্তাৰ গভীৰতাত মুখৰ ভিতৰতে কলে, 'কিযে অভিশপ্ত বেচেৰা!' তাৰপাছত মেজৰ ওচৰত বহিল আৰু ঘৈণীয়েকলৈ চিঠি এখন লিখিবলৈ ললে।

বাহিৰত হো-হো শব্দ কৰি এজাক প্ৰবল ধুমুহা। বতাহৰ কোবত খিৰিকীবোৰ ঝন্‌ঝনাই উঠিছে, ই যেন কোনো অমংগলৰহে সূচনা কৰিছে। শৰৎকালৰ দীৰ্ঘ ৰজনী নামি আহিল। ধনা সেইসকল, যিসকলৰ ইমান দুৰ্য্যোগপূৰ্ণ ৰাতি এটাত আশ্ৰয় লবলৈ বুলি নিজা ঘৰৰ চালি এখন আছে, যাৰ এটুকুৰা আশ্ৰয়ৰ স্থল আছে। অনাই-বনাই ঘূৰি ফুৰা অনাদৃত অৱহেলিত অঘৰি সকলৰ ভগৱান সহায় হওঁক!

* * * *

ওঠৰ শ সাতচল্লিশ চনৰ চাব্বিশ জুনৰ আবেলি। অতিপাত গৰম পৰিছে। পেৰিচত 'নেচনেল ওৱাৰ্কশ্বপ'ৰ বিদ্ৰোহ দমন প্ৰায় সম্পূৰ্ণ হওঁ হওঁ। ফুবাৰ্গ এছ এন্টইনৰ এটা ঠেক পথৰ ওপৰত সামৰিক বাহিনীৰ পদাতিক সেনাসকলে 'নেচনেল ওৱাৰ্কশ্বপ'ৰ অস্থায়ী শিবিৰ এটাৰ ওপৰত অতৰ্কিতে আক্ৰমন কৰিলে। জাউৰীয়ে জাউৰীয়ে বৰটোপৰ গুলী পৰি শিবিৰ ছেদেলি-ভেদেলি হ'ল। শিবিৰ ৰক্ষাকাৰীৰ যিসকল জীৱিত থাকিল, জীৱন লৈ পলোৱাত বাহিৰে আন উপায় নেদেখি যেনি তেনি শিবিৰ এৰি পলাবলৈ ধৰিলে। হঠাতে শত্ৰুসৈন্যৰ আক্ৰমনত বাধা দিয়াৰ বাবে পথত ৰাখি থোৱা বাচ এখনৰ বৰটোপৰ গুলীত চূৰ্ণ-বিচূৰ্ণ হোৱা খোলাটোৰ ওপৰত এজন ওখ-পাখ মানুহক দেখা গ'ল। পিন্ধনত তেওঁৰ গাত এটা ফ্ৰককোট, কঁকালত এখন ৰঙা কোমৰ বন্ধা, আউল-বাউল হৈ থকা পকা চুলিকোচাৰ ওপৰত এটা

খেৰৰ টুপী । তেওঁৰ এখন হাতত 'ৰক্ত পতাকা আৰু আনখনত এখন ভোটা তৰোৱাল । পতাকা আৰু তৰোৱাল জোকাৰি জোকাৰি আঠুকাঢ়ি বাচখনৰ পিঠিত উঠি যাওঁতে তেওঁ অতি কষ্টেৰে চিৎকাৰ কৰাৰ দৰে চিঞৰি দিলে । এজন পদাতিক সেনাই তেওঁলৈ বন্দুক টোৱালে — — আৰু গুলী কৰি দিলে । তেওঁৰ বুকু ভেদি গুলী সোমায় গ'ল । ওখ মানুজনৰ হাতৰ পৰা পতাকাখন পৰি গ'ল আৰু তেওঁ বস্তা এটাৰ দৰে মুখখন তললৈ কৰি বাগৰি পৰিল, যেনিবা কাৰোবাৰ' ভৰিতহে লুতুৰিখাই পৰিছে .... .... .... ....

পলাতক বিদ্ৰোহীসকলৰ এজনে আন এজনক কলে 'পোল বিদ্ৰোহী জনক হত্যা কৰিলে ।'

'হয় ।' আনজনে উত্তৰ দিলে, আৰু বন্দুক আৰু বৰটোপৰ গুলীৰ আঘাতত চূৰ্ণ-বিচূৰ্ণ হোৱা বেৰৰ সৈতে ঘৰ এটাৰ মাটিৰ তলৰ কোঠাৰ বন্ধ দুৱাৰ জোৰেৰে ভাঙি দি উভয়ে তাত সোমাই পৰিল ।

সৈনিকৰ গুলীত প্ৰাণ আহুতি দিয়া পোল বিদ্ৰোহীজনেই ডিমিত্ৰি কদিন ।

— শেষ —